# শ্ৰীশ্ৰীশঙ্কৰদেৱ।



৺ভূষণ দ্বিজ কবি ভণিত।

ৰায়চাহেব
শ্ৰীদুৰ্গাধৰ বৰকটকী
দ্বাৰাই

সম্পাদিত আৰু প্ৰকাশিত।
যোৰহাট।



কলিকতা
২নং বেথুন ৰো, ভাৰতমিহিৰ যন্ত্ৰত,
শ্ৰীসৰ্ব্বেশ্বৰ ভট্টাচাৰ্য্য দ্বাৰা
মুদ্ৰিত।
১৩৩২

মূল্য—পকা বন্ধা ১৲
কেঁচা ” ৸০



মহাপুৰুষ

# ৺শঙ্কৰদেৱ।

শ্ৰীশঙ্কৰায় নমঃ।

শ্ৰীকৃষ্ণায় নমঃ।

জয় নমো গোপাল গোঁবিন্দ বাসুদেৱ।
ব্ৰহ্মা মহেশ্বৰো যাক সদা কৰে সেৱ॥
যাহাক স্মৰণে সিদ্ধি হোৱে মনঃকাম।
হেন কৃষ্ণপদে কৰোঁ সদায় প্ৰণাম॥ ১
জয় জয় দৈবকীনন্দন দেৱ হৰি।
শঙ্কৰ স্বৰূপে পৃথিবীত অৱতৰি॥
নিজ গুণ কৰ্ম্ম যশ কৰিলা প্ৰচাৰ।
যাক শুনি তৰে লোকে দুস্তৰ সংসাৰ॥ ২
কৃষ্ণ সমে নাম ধৰ্ম্ম কৰিলা বিদিত।
মহা সুখে তৰে লোকে দুৰ্ঘোৰ কলিত॥

জ্ঞান শূন্য মূৰুখ ভূষণ শিশু আতি।
শঙ্কৰ চৰিত্ৰ পদবন্ধে নিগদতি ॥ ৩
শুনা সৰ্ব্বজনে সাৱধান কৰি চিত্ত।
পাপৰ অন্তক শ্ৰীশঙ্কৰৰ চৰিত ॥
জন্ম ধৰি নানা ক্ৰীড়া লোকত দেখাইলা।
ভাগৱতগ্ৰন্থ পদবন্ধে নিবন্ধিলা ॥ ৪
অন্ত্যজ সকল পঢ়ি বুঝিয়া অৰ্থক।
শঙ্কৰক গুৰু মানি ভজে মাধৱক ॥
হৰিভক্তি ধৰি সুখী ভৈলা সবে নৰ।
এহি হেতু তান নাম শ্ৰীমন্তশঙ্কৰ ॥ ৫
তান গুণ মহিমাক বৰ্ণাইবাক প্ৰতি।
সমস্তে কহিবে আছে কাহাৰ শকতি ॥
যি কিছো পৰয় মনে সাধুপ্ৰসাদত।
কৃষ্ণকৃপা স্মৰি কৰোঁ তাহাকে বেকত ॥ ৬
পূৰ্ব্বে যত যত মহা পণ্ডিত আছিলা।
অন্যো অন্যে এহি কথা আনন্দে চৰ্চ্চিলা ॥
অন্তকালে পাইলা সবে বৈকুণ্ঠভূবন।
সি সব কথাক আৰ কহে কোন জন ॥ ৭
লুপ্ত হোৱে ক [illegible] দ মিলিল মনত।
কহিলোঁ অ [illegible] প্ৰয়োজন যত ॥

আরে তান বংশাৱলী শুনা অনুপাম।
পূর্ব্বত আছিলা এক চণ্ডীবর নাম॥ ৮
মনত চিন্তন্তে দেবী সাক্ষাত হোবন্ত।
দেবীর প্রভাৱে মহা পণ্ডিত ভৈলন্ত॥
বাদ করি পণ্ডিতক পদার্থে ভঙ্গাইলা।
দুর্লভনারায়ণে দেবিদাস নাম দিলা॥ ৯
কতো দিন বঞ্চিয়া গৌড়েশ্বর রাইজত।
ব্রহ্মপুত্রে উজাইলেক চড়িয়া নারত॥
তেম্বরনি বন্ধ মধ্যে আতি অনুপাম।
লোহিতর অনুকূলে বরদোৱা গ্রাম॥ ১০
তথাতে রহিয়া বাবিঘর সজাইলন্ত।
পরম আনন্দে কতো কাল বঞ্চিলন্ত॥
তাহানে তনয় পাচে ভৈলা রাজধর।
যেন পদ্মফুল ভৈলা কায়স্থ বংশর॥ ১১
মহা মহোৎসৱে আনন্দতে দিন যাই।
অথিতি চচ্চাত পরে আন চিন্তা নাই॥
সূর্য্যবর নাম ভৈলা তাহানে তনয়।
যার যশরাশি দশোদিশে প্রকাশয়॥ ১২
ব্রাহ্মণ সজ্জন গুণী যান্ত তান পাশে।
যার যেন মন পূরি দেন্ত অভিলাষে॥

তাহানে তনয় পাচে কুসুম ভৈলন্ত।
পৰম পণ্ডিত মহ, গুণে গুণৱন্ত ॥ ১৩
ধনে ধান্যে সবাতে অধিক ভৈলা চাড়।
শিৰোমণি ভূঞা ভৈলা সমস্তে ভূঞাৰ ॥
পৰম হৰিষ ভাৱে থাকন্ত সতত।
কিন্তু এক চিন্তা তান নুগুচে মনত ॥ ১৪
উতপাত কৰে চিত মনত অসুখ।
হৰি হৰি মঞি নেদেখিলোঁ পুত্ৰমুখ ॥
ধনে ধান্যে আঢ্যৱন্ত ভূঞাৰ সম্পত্তি।
কিঞ্চিতেকো নাহি সুখ নাহিকে সন্ততি ॥ ১৫
কেন মতে পুত্ৰ হোৱে মনে গুণিলন্ত।
অনেক সম্ভাৰে শিৱলিঙ্গ পূজিলন্ত ॥
বিধি ব্যৱহাৰে পূজা কৰি নিৰন্তৰ।
প্ৰণামিয়া কুসুমে মাগন্ত পুত্ৰবৰ ॥ ১৬
নমো নমো নাৰায়ণ নমো শূলধাৰি।
নমো নমো মহাদেৱ নমো ত্ৰিপুৰাৰি ॥
নমো পাৰ্ব্বতীৰ নাথ নমো পশুপতি।
দিয়ো পুত্ৰবৰ কৰোঁ সহস্ৰ প্ৰণতি ॥ ১৭
আনো নানা ভ[illegible] কৰিলা বিস্তৰ।
শুনিয়োক [illegible] ভল তাত পৰ ॥

তান পত্নী গৃহে থাকি স্বপ্ন দেখিলন্ত।
স্বপ্নে মহাদেৱ আসি সাক্ষাত ভৈলন্ত॥ ১৮
জটাজুটে শিৰে শোভে অৰ্দ্ধচন্দ্ৰকলা।
গলত শোভয় মনুষ্যৰ মুণ্ডমালা॥
কটিত বাঘৰ চাল সৰ্প্প অলঙ্কাৰ।
ভস্মে বিভূষিত অঙ্গ দেখি চমৎকাৰ॥ ১৯
মহা ভয় হুয়া দেবী চাহিয়া আছন্ত।
দিয়া তজু গৃহে থান মহেশে মাগন্ত॥
নিদ্ৰা ভঙ্গ ভৈল সতী চেতন লভিলা।
আসিলন্ত স্বামী পাচে তাহান্ত কহিলা॥ ২০
শুনিয়োক প্ৰভু মঞিও দেখিলোঁ সপোন।
আমাৰ গৃহত থান খোজে ত্ৰিনয়ন॥
শুনিয়া কুসুম মহা আনন্দ ভৈলন্ত।
হুইবেক কামনা সিদ্ধি মনে মানিলন্ত॥ ২১
আছন্ত কুসুম যেবে আনন্দিত মতি।
তান প্ৰিয়া পত্নী পাচে ভৈলা গৰ্ভাৱতী॥
শুভ তিথি দিন বাৰ নক্ষত্ৰ মিলিলা।
শুভ ক্ষণ বেলা তান পুত্ৰ উপজিলা॥ ২২
মিলিল আনন্দ দেখি সকলে বংশৰ।
কৌতুকে তাহাৰ নাম থৈলন্ত শঙ্কৰ॥

ৰাতুল অধৰ শোভে সুঠান সৰ্ব্বাঙ্গ।
পৰম সুন্দৰ সব শৰীৰ গৌৰাঙ্গ॥ ২৩
পুত্ৰ পাই ৰঙ্গে যেন কুসুম নাচন্ত।
ব্ৰাহ্মণ দৈবজ্ঞগণ মতাই আনিলন্ত॥
দীপ ঘট দ্ৰোণি পাতি খড়ি ধৰিলন্ত।
পণ্ডিত দৈবজ্ঞে ভাল মতে গণিলন্ত॥ ২৪
ৰাহি যোগ জন্ম বাৰ নক্ষত্ৰ গণিলা।
গ্ৰহকুঠি লিখি কুসুমক সম্বোধিলা॥
শুনিয়োক ৰাশি ফল তোমাৰ পুত্ৰৰ।
ইহান সুকীৰ্ত্তি পাইব দ্বীপ দ্বীপান্তৰ॥ ২৫
চৈধ্য শাস্ত্ৰ বখানিব অঠৰ পুৰাণ।
নুহিবে পণ্ডিত আউৰ ইহান সমান॥
ভাগৱতগ্ৰন্থ পদবন্ধে নিবন্ধিব।
ভকতিক প্ৰকাশি সবে লোক নিস্তাৰিব॥ ২
নাম ধৰ্ম্ম প্ৰচাৰিব সমস্তে ৰাজ্যত।
কতেক কহিবো মহিমা ইহান মহত॥
গুণ কৰ্ম্ম মহিমাক নপাই কহন।
শুনি কুসুমৰ মহা হৃষ্ট ভৈল মন॥ ২৭
বসন ভূষণ আনি দিলা দৈবজ্ঞক।
সতকাৰ পায়া দৈ ন গৃহক॥

ব্ৰাহ্মণ সবকো অৰ্চ্চিলন্ত ৰঙ্গমনে।
চলি গৈলা বিপ্ৰ সবে আপুন ভৱনে ॥ ২৮
ৰঙ্গ ভৈলা কুসুমৰো পূৰ্ণ মনঃকাম।
আৰে শুনা শঙ্কৰচৰিত্ৰ অনুপাম ॥
সমান বয়স শিশু সব লৈয়া সঙ্গে।
অহৰ্নিশে উমলি ফুৰন্ত মনৰঙ্গে ॥ ২৯
ঢোপ খিলা খেড়ি দলি যুদ্ধ খেলাৱন্ত।
মোক ছুইবি বুলি কতো বেগে লড় দেন্ত।
ছুইবো বুলি কতো শিশু পাচতে লৱড়ে।
আচোক ছুইবে কতোদূৰ পাচ পৰে। ৩০
হাঁসিয়া উলটি আসি সাবটি ধৰন্ত।
কতো হতাহতি বাহুযুদ্ধ খেলাৱন্ত।
ভ্ৰমন্ত দিন বহি যাই শিশুসঙ্গে।
খুধা তৃষা একো নমানন্ত মনৰঙ্গে ॥ ৩১
যেন চাৱ ধৰি আনি বান্ধা দিয়া থন্ত।
জাৰে দুখ পাৱে বুলি বস্ত্ৰ উৰাৱন্ত
হাক ডাক নুশুনে খেলাতে দিন যাই।
ধূলি ধূসৰিত তনু বাতুল পৰাই ॥ ৩২
মাতি আনি তাঙ্ক গৃহে স্নান কৰাৱন্ত।
পিতৃ সঙ্গে বসি ৰঙ্গে ভোজন কৰন্ত।

অনন্তৰে উঠি পাছে কৰি মুখ শুধি ।
শঙ্কৰক কুসুমে যে মাতিলা সম্বোধি ॥ ৩৩
মনকষ্টে বুলিলন্ত তান মুখ চাই ।
বৰ সুখী ভৈলোঁ বাপু তোক পুত্ৰ পাই ॥
ক্ৰমলন্তে গৈল দশ বাৰহ বৎসৰ ।
বোল মাত নুশুনহ মাৰৰ বাপৰ ॥ ৩৪
টান কৰি নতঙ্কোহে স্নেহৰ কাৰণে ।
পঢ়িবাক উদ্যোগ নাহিকে তোৰ মনে ॥
আমাৰ বংশত জানো তুমি হুইবা মূৰ্খ ।
আত পৰে আমাৰ আছয় কোন দুঃখ ॥ ৩৫
মাতা শত্ৰু পিতা বৈৰী পুত্ৰ নপঢ়য় ।
... মধ্যে বক যেন শোভা নকৰয় ॥
...আমাৰ উপৰি বংশ যতেক আছিলা ।
সবেয়ো পণ্ডিত বাদে পণ্ডিত জিনিলা ॥ ৩৬
দৈবজ্ঞে কহিলা গণি তোৰ ৰাশিযশ ।
সেহি সত্য হোৱে যদি কিয় নপঢ়স ॥
কুলৰ প্ৰদীপ বাপ মোৰ বোল কৰ ।
চঞ্চল বুদ্ধিক এড়ি পঢ়িবাক ধৰ ॥ ৩৭
অনেক প্ৰবোধ দিয়া কুসুমে বুলিলা ।
গম্ভীৰ বচনে পা... ...ৰে মাতিলা ॥

শুনা পিতৃ তুমি মন কষ্ট নকৰিয়ো।
পঢ়িবোঁহো শাস্ত্র মোক ছাত্রশালে থৈয়ো॥ ৩৮
পাৰোঁ কি নপাৰোঁ পঢ়িবাক আমি।
ইহাৰ প্রমাণ পিতৃ পাইবা পাচে তুমি॥
শুনিয়া কুসুমে পাচে বচনে সাদৰি।
কৰিলা চুম্বন শঙ্কৰক কোলে ধৰি॥ ৩৯
ধন্য ধন্য বাপ তুমি কুলৰ নন্দন।
পঢ়িবাক শুনি মোৰ তুষ্ট ভৈল মন॥
ৰূপযৌবনকুলৱন্ত যে যদি হয়।
বিদ্যাহীন হৈলে বাপ কিছো নোশোভয়॥ ৪০
আন ধনধান্যৰ ভাতৃয়ে বণ্টা লয়।
বিদ্যাৰত্ন মহাধন নিবে নপাৰয়॥
দানে ক্ষয় নযায় চোৰে নপাৰে নিবাক।
স্বদেশতে পূজে মাত্র মহন্ত ৰাজাক॥ ৪১
বিদ্যাৱন্ত পুৰুষক পূজে সৰ্ব্ব ঠাই।
বিদ্যাসে ভূষণ বাপ অধিকে শুহাই॥
বিদ্যাহীন পুৰুষৰ নিস্ফল জীৱন।
দিশশূন্য নাই যাৰ মিত্র বন্ধু জন॥ ৪২
হেন জানি বাপু পঢ়িবাক যত্ন কৰ।
বিদ্যাসে ভূষণ বাপ আমাৰ বংশৰ॥

আনো হিত উপদেশ কুসুমে দিলন্ত।
পঢ়িবাক লাগি ছাত্ৰশালিক নিলন্ত॥ ৪৩
সমীপতে গুৰু আনো ছাত্ৰ পঢ়াৱন্ত।
কুসুমকো দেখি শীঘ্ৰে আসন দিলন্ত॥
শঙ্কৰকো দিলে আনি বসিবে আসন।
কি কাৰ্য্যে আসিছা সুধিলন্ত প্ৰয়োজন॥ ৪
গুৰুক প্ৰণাম কৰি কুসুমে বুলিলা।
পঢ়িবাক লাগি গুৰু শঙ্কৰক দিলা॥
ভাল মতে পঢ়াইবাহা হেলা নকৰিবো।
মনক সন্তোষি গুৰু দক্ষিণাক দিবো॥ ৪৫
বুলিলন্ত গুৰু পাচে কুসুমৰ আগে।
ইহাঙ্ক পঢ়াইবে মঞিও পাইলো কত ভাগে॥
দিন বাৰ নক্ষত্ৰক ব্ৰাহ্মণে চাহিলা।
শুভক্ষণে শঙ্কৰক পাঠ আৰম্ভাইলা॥ ৪৬
আজি কালি কৰি শীঘ্ৰে পঢ়ন্ত শঙ্কৰ।
ধৰিলন্ত লাগ আন ছাত্ৰ সমস্তৰ॥
এক দুই ৰূপ মাত্ৰ গুৰু পঢ়াৱন্ত।
কতো কতো সূত্ৰচয় আপুনি পাৰন্ত॥ ৪৭
শুনিয়োক তান যেন পঢ়িবাৰ নীতি।
শয্যাৰ উপা ৰন্ত দুই বাতি॥

দুই খান ঠগিত দুই পুস্তক থৱন্ত।
দুগোটা সম্ফুৰা ভৰি তাম্বূল লৱন্ত॥ ৪৮
ডাহিনৰ সম্ফুৰাৰ ভুঞ্জি তাম্বুলক।
ঠগিৰ পুস্তক মেলি পঢ়ন্ত শ্লোকক॥
তেন মতে বামৰো পুস্তক মেলি চান্ত।
প্ৰভাতে উঠিয়া পুনু ছাত্ৰশালি যান্ত॥ ৪৯
ব্যাকৰ্ণ পঢ়িয়া চৈধ্য শাস্ত্ৰক পঢ়িলা।
পুৰাণ ভাৰত ৰামায়ণো বখানিলা।
পঢ়িলন্ত নিৰন্তৰে যত কাব্য কোষ।
গুৰুৰ মনত মহা পৰম সন্তোষ॥ ৫০
কুসুমৰো ৰঙ্গ পুত্ৰ পণ্ডিত ভৈলন্ত।
গুৰুক আপুন গৃহে মতাই অনাইলন্ত॥
ভোজন কৰায়া গুৰু দক্ষিণাক দিলা।
বসনে ভূষণে তান মন সন্তোষিলা॥ ৫১
শঙ্কৰে গুৰুক পাচে প্ৰণাম কৰিলা।
বিজয় পণ্ডিতমস্তু আশীৰ্ব্বাদ দিলা।
আশীৰ্ব্বাদ কৰি গুৰু গৈলা নিজ ঘৰ।
শুনিয়োক কথা আৰে আত অনন্তৰ॥ ৫২
শুনা সভাসদ পদ থিৰ কৰি চিত।
কলিমল বিমোচন শঙ্কৰ চৰিত।

কৃষ্ণশঙ্কৰৰ কিঞ্চিতেক নাহি ভেদ।
দুয়ো কথা কৰে পাতকৰ বন্ধ ছেদ ॥ ৫৩
বৈষ্ণবেসে বিষ্ণু জানা কলিৰ মধ্যত।
বিশেষ বুলিয়া হৰি কৈলা অৰ্জ্জুনত ॥
হে প্ৰাণবন্ধু কৃষ্ণ যে অনন্ত দৈত্যাৰি।
দেখিয়োক যেন মতিভ্ৰ মই অহঙ্কাৰী ॥ ৫৪
উত্তম ব্ৰাহ্মণ কুলে জন্মক লভিলোঁ।
শাস্ত্ৰ নপঢ়িয়া মই নৰাধম ভৈলোঁ ॥
মূঢ়মতি জ্ঞানশূন্য নাহি মোত পৰ।
মনে ইচ্ছা বৰ্ণাইতে চৰিত্ৰ শঙ্কৰৰ ॥ ৫৫
নুহি শ্লোক বন্ধে আক পদে নিবন্ধিব।
নাহিকে আৰিসি তাক চাহিয়া লিখিব ॥
শুনা কথা কতো পাৰে নপাৰে মনত।
হোৱে আগপাচ মোৰ বুদ্ধিৰ দোষত ॥ ৫৬
ভকত বিপ্ৰক প্ৰতি নমস্কাৰ মোৰ।
সাধু সমস্তক বোলো কৰি কৰজোৰ ॥
ইসব দোষক মোৰ কৰিব উপসাম।
কহে দ্বীজ ভূষণে সুমিৰা ৰাম ৰাম ॥ ৫৭

— ০ —

শ্ৰীমন্ত শঙ্কৰ গৌৰ কলেৱৰ
চন্দ্ৰৰ যেন আভাষ ।
বৃহস্পতি সম পণ্ডিত উত্তম
যেন সূৰ্য পৰকাশ ॥
ছত্ৰাকৃত মাথা শোভে কেশ তাত
কপোল সুসম আতি ।
নাসিকা সুন্দৰ ৰাতুল অধৰ
দশন মুকুতা পান্তি ॥ ৫৮
পদ্ম পুষ্প সম বদন প্ৰকাশে
সুন্দৰ ইষত হাঁসি ।
গম্ভীৰ বচন মধু যেন স্ৰবৈ
নয়ন পঙ্কজ পাসি ॥
কৰ্ণ দুইখান পৰম সুঠান
প্ৰকাশে হেম কুণ্ডল ।
গল কন্ধ কণ্ঠ সুন্দৰ চিবুক
বহল এ বক্ষস্থল ॥ ৫৯
আজানু লম্বিত দুই খান ভুজ
সুন্দৰ পৰম পুষ্টি ।
সুবৰ্ণৰ হাড় বলয়া অঙ্গুষ্ঠি
দেখন্তে মন সন্তুষ্ট ॥

ৰহল হৃদয হাড় প্ৰকাশন
গৰত পাট পামৰি।
হিঙ্গুলীয়া ভূনি কটিত প্ৰকাশে
শোভে নীল বৰ্ণ পাৰি ॥ ৬০
উৰু জানু জঙ্ঘা চৰণ সুঠান
গজৰ সম গমন।
গুণে গুণবন্ত মহা মান্যৱন্ত
সমস্তে লোকৰ জ্ঞান ॥
মহা বলী ধীৰ যৌবন শৰীৰ
ৰূপে মোহে কেহো সৰি।
শঙ্কৰৰ নাম কেহো নকাঢ়য
বোলে সবে ডেকাগিৰি ॥ ৬১
ৰাম ৰাম গুৰু সমে একেলগে পঢ়িলন্ত
উমলি ফুৰিয়া একেসঙ্গে।
পুৰোহিত যজমান দুইকো যেন একে প্ৰাণ
শাস্ত্ৰ বখানন্ত বসি ৰঙ্গে ॥
অনন্তৰে ডেকাগিৰি গুৰুৰ হাতত ধৰি
বুলিলা কোমল কৰি বাক।
ভৈলা পাঞ্চ ঘটি বেলা গাৱ ...সিয়া ভেল
আসা লগে যা ... বাক ॥ ৬২

হেন বাক্য শুনিলন্ত ততকালে উঠিলন্ত
একেলগে স্নানিবাক গৈলা।
আনো দুই চাৰি জন স্নানিবাক ৰঙ্গমন
আসি সব একেলগ ভৈলা॥
ব্ৰহ্মপুত্ৰ তীৰ্থ জল দেখি অতি সুনিৰ্ম্মল
পশ্চিম দিশক বহি যান্ত।
মৎস্য সুসু ঘৰিয়াল কৰে অতি উৰুফাল
কাখৰত বসি ৰঙ্গে চান্ত॥ ৬৩
জলত নামিয়া যাই শঙ্কৰে বুলিলা চাই
ৰাম ৰাম গুৰুক সাদৰি।
তুমি আমি আনো জন আসা সবে এতিখণ
ৰঙ্গে পাৰ হুইবোঁহো সান্তুৰি॥
দুই নাৱ দুই পাশে বায়া যাউক লাসে লাসে
সান্তুৰিবে যিটো আশকত।
তল যাইতে কোন কাজ আত কিছো নাই লাজ
চাম্প দিয়া উঠিবে নাৱত॥ ৬৪
এহি যুক্তি কৰি সবে সান্তুৰিয়া যান্ত যেবে
যিটো যিটো যাইবাক নপাৰে।
কতো এক ভাগ গৈল কতো অৰ্দ্ধ ভাগ পাইলা
উঠিলেক নাৱৰ উপৰে॥

ৰাম ৰাম গুৰু সমে সাঁতুৰিয়া অনুক্ৰমে
ডেকাগিৰি সিপাৰ ভৈলন্ত।
ৰাম ৰাম গুৰু নাৱে চড়িলা শঙ্কৰে পুনু
সাঁতুৰি ইপাৰ আসিলন্ত॥ ৬৫
পৰম গহন জল আৰো মহা সুশীতল
অতিশয় বহল বিস্তৰ।
কাৰ এত বৰ হিয়া ভাদ্ৰমাসা সাঁতুৰিয়া
হুইৰে পাৰে সিপাৰ ইপাৰ॥
অনন্তৰে স্নান কৰি গৈলা সবে ঘৰাঘৰি
শুনা যেন কৰ্ম্ম শঙ্কৰৰ।
যোগ শাস্ত্ৰ অভ্যাসিয়া প্ৰাণবায়ু নিৰোধিয়া
চলাৱন্ত শৰীৰ ভিতৰ॥ ৬৬
নাৰি সঙ্গে শৰীৰত ভ্ৰমি ফুৰে বায়ু যত
হাত ভৰি সবে ফিঙ্কি যাই।
পায়া তাৰ টান বৰ হাতে পিঙ্কি থাকা টাড়
সিয়ো ছিণ্ডি পৰে চোট পাই॥
নিৰন্তৰে স্বাশ যত এড়ি দেন্ত বাহিৰত
দেহা পুনু হোৱে পূৰ্ব্ববত।
শুনা আৰো যেন কৰ্ম্ম কৰন্ত চৰ্য্য আতি
দেখন্তে পৰ॥ ৬৭

শুনিয়োক সৰ্ব্বজন কৃষ্ণও পাৱে দিয়া মন
শঙ্কৰ চৰিত্র অনুপাম।
পাপ মানে যাই ক্ষয় পুণ্য হৱে অভ্যুদয়
সাধি ধৰ্ম্ম অৰ্থ মোক্ষ কাম॥
নাৰদক সম্বোধিয়া মহাদেৱে বুলিলন্ত
যিটো গুৰুবাক্য নাদৰয়।
সৱে ভক্তি বৃথা তাৰ দুখ মাত্র হোৱে সাৰ
মৰি ঘোৰ নৰকে পৰয়॥ ৭৩
যেই গুৰু সেই হৰি তানে পদ সেৱা কৰি
উপদেশ খাণ্ডা ডাটি ধৰা।
সংসাৰ ভ্ৰমাৱে দুখে মনবৈৰী কাটি সুখে
অনায়াসে ভৱনদী তৰা॥
সেহি জন মহা ধন্য সুহৃদ সেহিসে জন
পূজিবাক যোগ্য সিটো হোৱে।
কলিযুগে হৰিনাম আপুন কীৰ্ত্তন কৰে
কৃপায়ে আনকো সুমৰাৱে॥ ৭৪
দৈবকীনন্দন দেৱ তজু পদে কৰোঁ সেৱ
হুয়ো মঞি পাপীত প্ৰসন।
যৈতে তৈতে জন্ম ধৰোঁ যেন মঞি নপাসৰোঁ
ইটো ৰঙ্গা দুখানি চৰণ॥

অসীম জন্মৰ অন্তে জীৱে নৰ তনু ধৰে
দুৰ্ল্লভ ব্ৰাহ্মণ জন্ম পাইলোঁ।।
পালিলোঁহো ইন্দ্ৰিয়ক হস্তগত অমৃতক
মোহ হুয়া ঠেলিয়া পেলাইলোঁ। ॥ ৭৫
ভাৰত ভূমিত লভি দুৰ্ল্লভ ব্ৰাহ্মণ জন্ম
নকৰিলোঁ। কৃষ্ণত ভকতি।
আবে কোন কৰ্ম্ম কৰোঁ। যিমতে সংসাৰ তৰোঁ।
সেহি কৃপা কৰা যদুপতি।
তুৱা চৰণত ধৰোঁ। এতেক কাপুৰ্ণ্য কৰোঁ।
মোৰ মুখে নছাড়োক নাম।
মহা মূৰ্খমতি মন্দ কহয় ভূষণানন্দ
নিৰন্তৰে বোলা ৰাম ৰাম ॥ ৭৬



শুনা পাচ কথা আবে আত অনন্তৰ।
যি মতে ষাণ্ডক ধৰি দমিলা শঙ্কৰ ॥
পাইলা পৰাভৱ ষাণ্ডে শঙ্কৰ হাতত।
সি সব কথাক আবে শুনিয়ো সাম্প্ৰত ॥ ৭৭
কোনো এক কাৰ্য্য সাধি[illegible] প্ৰয়োজনে।
ভোজন কৰিয়া চলি [illegible]নে ॥

মনোহৰ এক পাট ভুনি পিন্ধিলন্ত ।
দিব্য পাটপচোড়াক গাৱত লৈলন্ত ॥ ৭৮
সুগন্ধ চন্দন আনি পিন্ধিলা গাৱত ।
মালতী পুষ্পৰ মালা পিন্ধিলা শিৰত ॥
এক গুটি মনুষ্যক লৈলা সঙ্গে কৰি ।
লড়িলা আনন্দে ঝাৰী কামলিক ধৰি ॥ ৭৯
গজগতি গমনে শঙ্কৰ চলি যান্ত ।
সুবাসিত তাম্বুলক সঘনে ভুঞ্জন্ত ॥
পন্থত পথুকে তাঙ্ক দেখি আসিবাৰ ।
আগবাঢ়ি চৰণত কৰে নমস্কাৰ ॥ ৮০
সোধে কিবা প্ৰয়োজনে কোন ভিতি যান্ত ।
হেৰ আইসোঁ বুলি দেন্ত শঙ্কৰে সিদ্ধান্ত ॥
পাচত চলিয়া যান্ত কতিপয় ভৰি ।
কৰয় বিদায় পুনু নমস্কাৰ কৰি ॥ ৮১
এহি মতে পৰম হৰিষে চলি যান্ত ।
যি কাৰ্য্যে গৈলন্ত সিটো কাৰ্য্য সাধিলন্ত ॥
পৰম সুন্দৰ মূৰ্ত্তি লোকৰ ৰঞ্জন ।
দেখি আতি পৰম সন্তুষ্ট হোৱে মন ॥ ৮২
দৰশনে সমস্ত পাতেক হোৱে ক্ষয় ।
কৰে সম্ভাষণ মিলে মহা ভাগ্যোদয় ॥

আতিশয় দেখি মহা ৰূপৰ প্ৰভাৱ।
পণ্ডিত ব্ৰাহ্মণো হোৱে অৱনত গাৱ ॥ ৮৩
পৰম পণ্ডিত জানি মনত ডৰাই।
আশীৰ্ব্বাদ কৰি চলে হাত চাপৰাই ॥
এহি মতে শঙ্কৰ আসন্ত হৰিষতে।
পূৰ্ব্ব পথ এড়িয়া আসন্ত আন পথে ॥ ৮৪
কতো দূৰ যান্তে পাচে পৰিল মনত।
কম্বল ধৰাই কৰে শঙ্কৰ আগত ॥
শুনা গিৰি আমি দুয়ো যি পথত যাঞো।
ভয়ঙ্কৰ ষাণ্ড আছে তাহাকে ডৰাঞো ॥ ৮৫
প্ৰচণ্ড উদ্দণ্ড মূৰ্ত্তি দেখি লাগে ভয়।
মহিষ সদৃশ বেগে খেদি আন্তুকয় ॥
ছিৰে উৰু জানু কটি শৃঙ্গৰ প্ৰহাৰে।
প্ৰাণ ৰাখি পলাই তেজ বহি যাই ধাৰে ॥ ৮৬
তাক ভয়ে নৰে আৰ ইপথে নযাই।
আমি কেন মতে যাইবোঁ তাহাঙ্ক এড়াই ॥
তাঙ্ক ডৰে কাম্পে মোৰ সব কলেৱৰ।
হেন শুনি হাঁসি পাচে মাতিলা শঙ্কৰ ॥ ৮৭
নকৰিবি ভয় ৰক্ষা কৰি[illegible] তোক।
কেন মত ষাণ্ড গোট [illegible] মোক ॥

হেন কথামাতে তাৰ থানক পাইলন্ত।
দুৰত চৰয় যাণ্ডু তাক দেখিলন্ত ॥ ৮৮
দেখিয়োক ষাণ্ডু গোট চৰয় বনত।
এতিক্ষণে আসি বেগে ভেণ্টিবেক পথ ॥
দেখিলা শঙ্কৰে ষাণ্ডু দুৰত চৰয়।
বোলন্ত ভালেতো আক কৰে লোকে ভয় ॥ ৮৯
কাল বৰ্ণ শৰীৰ দুৰ্ব্বাৰ ষাণ্ডু গোট।
তীক্ষ্ণ দুই গোটা শৃঙ্গ উধনীয়া ছুট ॥
অনন্তৰে ষাণ্ডে পাচে মুণ্ড তুলিলেক।
বিদূৰতে থাকি শঙ্কৰক দেখিলেক ॥ ৯০
প্ৰচণ্ড শবদে তেজিলেক ঘোৰ নাদি।
মহিষ সদৃশ বৰ বেগে আসে খেদি ॥
ষাণ্ডে খেদি আসিবাৰ শঙ্কৰে দেখিলা।
উপৰক তুলি ভুনি কটিত বান্ধিলা ॥ ৯১
উপৰে মেৰ্হাইলা পাটপচোড়া গাৱৰ।
বোলন্ত কম্বল ধৰ নকৰিবি ডৰ ॥
মোহোৰ পাৱৰ আড় হুয়া থাক চাই।
কেন কৰোঁ দেখা আজি ষাণ্ডৰ বিলাই ॥ ৯২
ততকালে ষাণ্ডু আসি সমীপ চাপিল।
শঙ্কৰক দেখি তাৰ বেগ থমকিল ॥

আনো সব লোকে তাক দেখিলে ডৰাই।
পাচত খেদিয়া কুটুৰিয়া পাইলা লাই॥ ৯৩
সেহি ভাৱে শঙ্কৰকো খেদি আসিলেক।
পলাইবাৰ নেদেখিয়া বেগ তন্তাইলেক॥
দুই শৃঙ্গ উভিলেক মুণ্ড চাপৰাই।
গঞঃ ভৰি খেদি আসি ধুথুৰি ঘসাই॥ ৯৪
তবধ দুই কৰ্ণ লাঞ্জ ঘূৰাৱে সঘনে।
টেৰা চক্ষু চাই মাণ্টি আপোৰে চৰণে॥
ডকৰে ফকৰে ক্রোধে শঙ্কৰক চাই।
আগবাঢ়ি ডেকাগিৰি ৰঙ্গে গৈলা ধাই॥ ৯৫
মালতী পুষ্পৰ মালা হাতত লৈলন্ত।
ষাণ্ডৰ মুণ্ডক লাগি দলি মাৰিলন্ত॥
শৃঙ্গ আখি বেঢ়িয়া পৰিল পুষ্পমালা।
বেগে দুই হাতে দুই শৃঙ্গত ধৰিলা॥ ৯৬
শৰীৰৰ বলে আণ্টি ধৰিলা হেড়াই।
কৰে চণ্টফণ্ট যাইতে নপাৰে এড়াই॥
গাৱৰ সন্ধানে মুণ্ডে উছাটেক দিলা।
আছোক এড়াইব লাড়িবাকো নপাৰিলা॥ ৯৭
পাচ দুই ভৰি তুলি কৰে ধ[illegible]।
শৃঙ্গত হেড়ায়া হাতে ধ[illegible]॥

টান কৰি পৃথিবীত ধুথুৰি থোকচি।
ঘাৰ পাক দিয়া তাক পেলাইলা হেম্পচি॥ ৯৮
মড়মড় কৰি হাড় ঘাৰৰ ভাঙ্গিল।
মহা পীড়া পায়া মূত্ৰ পুৰীষ এড়িল॥
পাচ গুচি কতোদূৰে পৰিলেক যাই।
যেন অৰিষ্টক কৃষ্ণে পেহ্লাইলা লীলাই॥ ৯৯
শঙ্কৰৰ হাতত হৈলেক ৰগুভগু।
মৰা যেন নিঃচেষ্ট পৰিয়া ৰৈল ষাণ্ড॥
নলড়য় পুচ্চ কৰ্ণ চক্ষু নেমেলয়।
কেৱলেসে কলাধাতু গাৱত আছয়॥ ১০০
ডেকাগিৰি আচম্ভ ষাণ্ডক ৰঙ্গে চাই।
কম্বল ধৰাৰ গাৱে শ্ৰুতি জ্ঞান নাই॥
মৰিলেক ষাণ্ড বুলি মনে ভৈল ত্ৰাস।
নিহালিয়া ষাণ্ডৰ নাকৰ চাৱে শ্বাস॥ ১০১
মৰা যেন পৰি আছিলেক দণ্ড চাৰি।
নাকৰ নিশ্বাস আসে অল্প অল্প কৰি॥
সাস্তম হইয়া ষাণ্ড কিচো শ্ৰুতি পাইল।
এক আখি মেলি শঙ্কৰৰ ভিতি চাইল॥ ১০২
শঙ্কৰক দেখি মহা ভয় সম্পাজিলা।
পুনু চক্ষু মুদি মনে গুণিতে লাগিলা॥

ভৈলোঁ। সৰ্ব্বনাশ মঞি ইহান হাতত।
আৰ খানিতেকে মঞি প্ৰাণে হঞো হত ॥ ১০৩
কেন মতে পলাঞো যাণ্ডে মনত গুণিলা।
তত কালে উঠি মহা বেগে লড় দিলা ॥
ৰহ ৰহ বাণী আৰো বুলিলা শঙ্কৰ।
শুনি মহা ভয় আতি মিলিলা ষাণ্ডৰ ॥ ১০৪
লৰ্‌ড়িল বহু দূৰ পাচক নচাই।
বন মধ্যে পৰি ৰৈলা হাতাসে ফোম্ফাই ॥
ষাণ্ডক খেদায়া ৰঙ্গ ভৈলন্ত শঙ্কৰ।
কম্বল ধৰায়ে সমে চলি আইলা ঘৰ ॥ ১০৫
পন্থত আসন্তে লোকে কৰৈ নমস্কাৰ।
কম্বল ধৰায়ে কহে ষাণ্ড মৰ্দ্দিবাৰ ॥
শুনিয়া লোকৰ ৰঙ্গ মিলিল বহুত।
পৰম বিস্ময় ভৈলা শুনি অদভুত ॥ ১০৬
ইকি মনুষ্যৰ কৰ্ম্ম ষাণ্ডক জিনয়।
অন্যো অন্যে এহি কথা আনন্দে কহয।
এহি মতে শঙ্কৰ আসন্ত হৰিষতে
ৰাম ৰাম গুৰুক পাইলন্ত ৰাজপ৷
কৰজোড়ে শঙ্কৰে গুৰুক নমিলন্ত।
ৰাম ৰাম গুৰু আশীৰ্ব্বাদ কৰিলন্ত ॥

কম্বল ধৰায়ে যাই গুৰুক নমিলা।
ষাণ্ডৰ বৃত্তান্ত কথা সমস্তে কহিলা॥ ১০৮
শুনি গুৰু হাসি তুলিলন্ত কতুহলে।
জিনিলাহা ষাণ্ডক তোমাৰ বাহুবলে॥
নুহিকে আশ্চৰ্য্য ইটো বিক্রম তোমাৰ।
শঙ্কৰক গুৰু প্রশংসিলা বাৰম্বাৰ॥ ১০৯
অনন্তৰে শঙ্কৰ আপুন গৃহ পাইলা!
পখালিˆা ভৰি উচ্চ আসনে বসিলা॥
কম্বল ধৰায়ে পিতৃমাতৃৰ আগত।
ষাণ্ডৰ বৃত্তান্ত কথা কহিলা সমস্ত॥ ১১০
অদ্ভুত দেখিয়া মহা আশ্চৰ্য্য লভিলা।
পৰম কৌতুক মনে শঙ্কৰো ৰহিলা॥
যেহি দিনা ষাণ্ডক দমিলা ডেকাগিৰি।
লোকৰ গুচিল ভয় সেহি দিনা ধৰি॥ ১১১
সেহি পথে আয়াযাত কৰে নিৰন্তৰ।
ডেকাগিৰি নামে ভয় নুগুচে ষাণ্ডৰ॥
কদাচিতো ষাণ্ডক দেখিয়া মনে ডৰি।
ডাক দিয়া বোলে হেবা আইসে ডেকাগিৰি॥ ১১২
ডেকাগিৰি নাম শুনি ভয় হুয়া বৰ।
উলটি বনক লাগি ভেজাৰে লৰ্‌ৰ॥

ইসৱ যশস্যা কীৰ্ত্তি শুনিয়া বিস্তৰ ।
পৰম হৰিষ মন ভৈলা শঙ্কৰৰ ॥ ১১৩
এহি মতে হৰিষতে আছা কতো দিন ।
অনন্তৰে কুসুমৰ আয়ু ভৈলা ক্ষীণ ॥
মৰিলন্ত কুসুম পাইলন্ত স্বৰ্গলোক ।
শঙ্কৰে পিতৃক লাগি নকৰিলা শোক ॥ ১১৪
ধৰিলন্ত ক্ৰিয়া কৰিলন্ত সঙ্গঃকাৰে ।
দশ দসা কৰিলন্ত বিধি বেৱহাৰে ॥
যত দ্ৰব্য দানৰ আনিয়া মিলাইলন্ত ।
মাস পূৰ্ণ ভৈলা যেবে শুদ্ধি কৰিলন্ত ॥ ১১৫
অনুক্ৰমে দান সবে কৰিয়া উছৰ্গ ।
যাগু দাগি পিতৃৰ কৰাইল বৃষোৎসৰ্গ ॥
দানে দক্ষিণায়ে সন্তোষিলা বিপ্ৰমন ।
ব্ৰহ্মভোজ কৰিলন্ত অনেক ব্ৰাহ্মণ ॥ ১১৬
পুনু দক্ষিণাক দিয়া মন সন্তোষিলা ।
আশীৰ্ব্বাদ কৰি সবে ঘৰে চলি গৈলা ॥
জ্ঞাতি সমস্তক আনি কৰাইল ।
অন্নে বস্ত্ৰে তুষিলন্ত সমস্তৰ ম ন
বিদাই কৰিয়া সবে জ্ঞাতি চলি গৈলা ।
আনো যত লোক আছে সবাকো তুষিলা ॥

পৰম হৰিষ মনে আছন্ত শঙ্কৰ।
শুনা আবে যেন কথা ভৈলা আতপৰ ॥ ১১৮
মনত হৰিষে যেবে শঙ্কৰ আছন্ত।
অনন্তৰে তান পাচে মাতৃ মৰিলন্ত ॥
পৰম পণ্ডিত জানা শাস্ত্ৰৰ তত্বক।
মাতৃক লাগিয়া কিছো নকৰিলা শোক ॥ ১১৯
নুহি সাৰস্বত ইটো অনিত্য সংসাৰ।
কৈৰ পিতৃমাতৃ বন্ধু পুত্ৰ পৰিয়াৰ ॥
কৈৰ পৰা আসি জীৱ হোৱে এক ঠাই।
ধৰয় সম্বন্ধ পিতৃমাতৃ খুড়া ভাই ॥ ১২০
কৰয় মমত স্নেহপাশে বন্ধ হুয়া।
সংহৰয় কালে চলে দেহাকো ছাড়িয়া ॥
নুহিকে স্বতন্ত্ৰ সবে অধীন কালৰ।
মাতৃক লাগিয়া শোক নকৰি শঙ্কৰ ॥ ১২১
বিধি বেৱহাৰে মাতৃক্ৰিয়া কৰিলন্ত।
দানে দক্ষিণায়ে বিপ্ৰমন তুষিলন্ত ॥
জ্ঞাতি সমস্তকো তুষিলন্ত অন্নপানে।
কতো দিন আছা মহা হৰিষিত মনে ॥ ১২২
অনন্তৰে শঙ্কৰৰ দুহিতা জন্মিলা।
মনত সন্তোষে তান মনু নাম থৈলা ॥

কায়স্থ কুলত জন্ম তান নাম হৰি।
মনু কন্যা বিহা তাঙ্কে দিলন্ত সাদৰি॥ ১২৩
তাত পাচে শঙ্কৰৰ পত্নী মৰিলন্ত।
তান ক্রিয়া কৰ্ম্মকো আপুনি কৰিলন্ত॥
ভৈলন্ত উদাস পাচে শঙ্কৰৰ মন।
তীৰ্থ কৰিবাক লাগি কৰিলা যতন॥ ১২৪
যতেক সম্পত্তি আছে সবে তেজিলন্ত।
তিনি শত গৰু ব্ৰাহ্মণক বিহ্লাইলন্ত॥
বলধে বাজনে বিহ্লাইন্ত যাঠি হাল।
হৃষ্ট পুষ্ট বৎস সমে ধেনু ভাল ভাল॥ ১২৫
জয়ন্ত মাধব সূৰ্য্যবৰৰ সোদৰ।
কনিষ্ঠ পিতামহ দুয়ো হোন্ত শঙ্কৰৰ॥
কুসুমৰ কালে যত সম্পত্তি আছিল।
শঙ্কৰ ক্কেএক যান্তে দুই হান্তক দিল॥ ১২৬
বনগয় নামে আছে কনিষ্ঠ সোদৰ।
জমাইৰ লগতে তাঙ্ক থৈলন্ত শঙ্কৰ॥
ভাল ভাল মনুষ্যক লগত থৈ
তীৰ্থ কৰিবাক প্ৰতি শঙ্ক· । ১২৭
প্ৰপঞ্চি কৰিলি পদ বিস্তৰ কৰিয়।
সংক্ষেপ কৰিয়া শুনা সাধু সমস্তয়॥

বাম হাতৰ বৃদ্ধ অঙ্গুষ্ঠ মাটিত থাপিয়া
সমস্তে গাৱৰ ভৰ দিয়া।
পৃথিবীৰ পৰা তুলি সকলে শৰীৰ গোট
আলগতে থাকন্ত ধৰিয়া॥
আনো যত যত কৰ্ম্ম কৰিলা আশ্চৰ্য্য আতি
শুনন্তে পৰম আচৰিত।
ইকথা থাকোক আবে শুনিয়োক সাধু সবে
শঙ্কৰৰ বিবাহ চৰিত॥ ৬৮
তান পিতা কুসুমৰ পৰম আনন্দ মন
পুত্ৰ মহা পণ্ডিত ভৈলন্ত।
ৰূপ গুণ বিদ্যা গতি বয়স আকৃতি মতি
দেখি সৰ্ব্বলোকে প্ৰশংসন্ত॥
মাতৃৰো হৰিষ আতি বুলিলা স্বামীক মাতি
ভাল চাই কন্যাক জুড়িয়ো।
বসন ভূষণ দিয়া কুটুম্বক সন্তোষিয়া
শঙ্কৰৰ বিবাহ কৰায়ো॥ ৬৯
কুসুমে বুলিলা চায়া কন্যা আছোঁ জিজ্ঞাসিয়া
দশতো কুড়িতো মান বাছি।
নলাগয় বস্ত্ৰ ধন সবাহাৰে এক মন
বিবাহ দিবাক খোজে যাছি॥

অনন্তৰে কৰি যত্ন কৰাই বাৰ তিথি লগ্ন
অনেক সম্ভাৰ সাজি গৈলা ।
বাদ্যে ভণ্ডে সুমঙ্গলে মহা ৰঙ্গে কৌতুহলে
শঙ্কৰৰ বিবাহ কৰাইলা ॥ ৭০
কুটুম্বৰ তুষি মতি পাট সাৰি পাৰি ধুতি
দিলা আনো পাট পাটম্বৰ ।
পুষ্প তাম্বুলক দিয়া সবাহাঙ্কে সম্বোধিয়া
কন্যা লৈয়া আসিলন্ত ঘৰ ॥
কুসুমৰ ভাৰ্য্যা সতী পুত্ৰৰ বহাৰি দেখি
মনে মহা কৰন্ত হৰিষ ।
যেন মনে বাঞ্ছিলোঁহো তেহ্নয় বহাৰি পাইলোঁ
ৰূপে যেন পুত্ৰৰে সদৃশ ॥ ৭১
কুসুমৰো ৰঙ্গ মন যত জ্ঞাতি বন্ধুগণ
সবাহাঙ্কে ভোজন কৰাইলা ।
দিয়া পুষ্প তাম্বুলক তুষিলন্ত সমস্তক
বিদাই কৰিয়া ঘৰে গৈলা ॥
বিহা কৰাই শঙ্কৰক লভিলন্ত ক
কুসুম হৰিষ ম
কিঞ্চিতেকো নাহি দুখ দিনে দিনে মিলে সুখ
মহোৎসবে গৃহত ৰহিলা ॥ ৭২

প্ৰথমতে যাই গঙ্গা তীৰ্থক পাইলন্ত।
বিষ্ণু পাদোদক আনি ৰঙ্গে স্নানিলন্ত ॥ ১২৮
তীৰ্থৰ নিয়ম যত সমস্তে কৰিলা।
গঙ্গাক এড়ায়া গয়া তীৰ্থ প্ৰবেশিলা ॥
পিতৃ পিতামহ আদি যতেক আছন্ত।
গয়া পিণ্ড দানে সমস্তকে তুষিলন্ত ॥ ১২৯
দক্ষিণায়ে তুষিলন্ত বিপ্ৰ নিৰন্তৰ।
আনো সব তীৰ্থ স্নান কৰিলা শঙ্কৰ ॥
বিধি অনুৰূপে সবে তীৰ্থ কৰিলন্ত।
অনন্তৰে জগন্নাথ ক্ষেত্ৰে আসিলন্ত ॥ ১৩০
আপুনি পণ্ডিত তীৰ্থ নিয়ম জানন্ত।
অনুক্ৰমে সমস্তে তীৰ্থকে কৰিলন্ত ॥
শঙ্কৰক দৰশনে মানি মহাভাগ।
মুখ্য পাণ্ডা সবে শঙ্কৰৰ নেড়ে লাগ ॥ ১৩১
যথাযোগে শঙ্কৰে সবাকে তুষিলন্ত।
জগন্নাথ মন্দিৰত প্ৰবেশ ভৈলন্ত ॥
জগন্নাথ দৰশনে হৰিষ লভিলা।
পৰম আনন্দে পৰি প্ৰণাম কৰিলা ॥ ১৩২
উঠি নিৰেখন্ত জগন্নাথৰ মুখক।
জগন্নাথে হৰিষ দেখিয়া শঙ্কৰক ॥

মুহূৰ্ত্তেক মান চাহিছন্ত আনন্দতে।
নমস্কাৰ কৰি বাজ ভৈলা তৈৰ হস্তে॥ ১৩৩
মহা প্ৰসাদক বসি ভোজন কৰিলা।
মহা ৰঙ্গে কতো দিন ক্ষেত্ৰত আছিলা॥
মুখ্য পাণ্ডা সবে লাগ নেড়ে শঙ্কৰৰ।
পূৰ্ব্ব কথা বাৰ্ত্তা কহি থাকা নিৰন্তৰ॥ ১৩৪
ব্ৰহ্ম পূৰাণক চাই শঙ্কৰে কহন্ত।
যেন মতে জগন্নাথ সাক্ষাত ভৈলন্ত॥
সি সব বৃত্তান্ত কথা শুনিয়া সমস্ত।
ক্ষণ প্ৰাই যাই দিন সবাৰো মনত॥ ১৩৫
অনন্তৰে শঙ্কৰে আসিতে সাজ ভৈলা।
জগন্নাথ প্ৰণামিয়া বিদায় কৰিলা॥
প্ৰিয় বাক্যে সম্বুধিয়া পাণ্ডা সমস্তক।
আসন্ত শঙ্কৰ যেবে আপুন ৰাজ্যক॥ ১৩৬
দেখিয়া পাণ্ডাৰ খেদ মিলিল আপাৰ।
আগবঢ়াই থৈলা নিয়া কৰি সতকাৰ॥
দ্বাদশ বৎসৰ তীৰ্থ কৰি ফুৰিলন্ত।
অনন্তৰে আসি নিজ গৃহক পাইলন্ত॥১৩৭
বনগয়া দেখে দুদ্যা গৃহক আসিলা।
হৰি জমাই সমে দুয়ো প্ৰণাম কৰিলা॥

আনো বন্ধুগণ সবে দেখিতে আসিলা ।
জগন্নাথ প্ৰসাদক গায়ে গায়ে দিলা ॥ ১৩৮
জয়ন্ত মাধৱ সূৰ্য্যবৰ আসিলন্ত ।
তাসম্বাক দেখিয়া শঙ্কৰ উঠিলন্ত ॥
পিতামহ আসিলন্ত আসন দিৱইলা ।
নমস্কাৰ কৰিবাক ওচৰ চাপিলা ॥ ১৩৯
নমস্কাৰ কৰিবাক কেহো নেদিলন্ত ।
সাধুবাদ কৰিয়া সাবটি ধৰিলন্ত ॥
শঙ্কৰক আশংসিয়া আসনে বসিলা ।
ক্ষেত্ৰৰ মহিমা যত শঙ্কৰে কহিলা ॥ ১৪০
জগন্নাথপ্ৰসাদক তিনিকো দিলন্ত ।
প্ৰসাদ ভুঞ্জিয়া মহা সন্তুষ্ট ভৈলন্ত ॥
তিনি পিতামহে শঙ্কৰক প্ৰসঙ্গিয়া ।
গৃহক গৈলন্ত চলি বিদাই কৰিয়া ॥ ১৪১
বনগঞা গিৰি পাচে গুণিলা মনত ।
দুগ্ধ খাইতে ধেনু নাই দদাৰ গৃহত ॥
ধেনু আনিবাৰ লাগি কাচি পাৰি গৈলা ।
ভাল ভাল বাছি ধেনু পালৰ আনিলা ॥ ১৪২
জয়ন্ত মাধৱৰ পাল ৰাখন্ত গোৱালে ।
ধেনুক আনন্তে বাধিলেক তত কালে ॥

নেনা নেনা ধেনু বুলি আগ ভেণ্টিলেক।
গোৱালক প্ৰাণে মাৰি ধেনু আনিলেক ॥ ১৪৩
শুনি দুয়ো ভাই হাসি বুলিলন্ত বাক।
ই কি কথা আমাত আসিলি কহিবাক ॥
আচো ধেনু যদি সবে সৰ্ব্বস্বকে নেই।
শঙ্কৰক কি কৰিবো পাল ৰাখা গই ॥ ১৪৪
শঙ্কৰে বোলন্ত ভাই কি কাম কৰিলি।
নুখুজিয়া ধেনু তঞি কিসক আনিলি ॥
বনগঞা বোলে খঙ্গিবাক নোহে যোগ।
তোমাৰ সম্পত্তি পিতামহে কৰে ভোগ॥ ১৪৫
এতেকে আনিলোঁ ধেনু আমাৰ গৃহক।
শুনি দুয়ো পিতামহে পাইবা আনন্দক ॥
জয়ন্ত মাধৱ দুই ভাই আসিলন্ত।
শঙ্কৰক চাই পাচে বাক্য বুলিলন্ত ॥ ১৪৬
বিবাহ কৰিতে ইচ্ছা নাহিকে তোমাৰ।
শুনিয়া মনত দুঃখ মিলিল আমাৰ ॥
কন্যা যাচি দেই বিহা কৰিয়ো শঙ্কৰ।
গোত্ৰ বৃদ্ধি হৌউক বাপ আমাৰ বংশৰ ॥ ১৪৭
পূৰ্ব্বাপৰ বুঝাই আৰো বিস্তৰ বুলিলা।
অযাচিত কন্যা ৰঙ্গে বিবাহ কৰিলা ॥

সমস্তে ভুঞ্জায়ে ৰঙ্গে উছৰ্গা দিলন্ত।
গৰু ৰৌপ্য হেম বস্ত্ৰ বিস্তৰ পাইলন্ত॥ ১৪৮
তাম্বুলে বসনে সমস্তকো তুষিলন্ত।
কুটুম্বক বেৰহাৰি কন্যা আনিলন্ত॥
পূৰ্ব্বিতো অধিক কৰি সম্পত্তি লভিলা।
শুনা আত পৰে পাচে যেন কথা ভৈলা॥ ১৪৮ক
শুনা সৰ্ব্বজনে পুণ্য কথা মনোহৰ।
প্ৰসিদ্ধো অমৃতো নুহি আৰু পটন্তৰ॥
যিটো পিয়ে সিটো হোৱে অজৰ অমৰ।
সবংশকে নিস্তৰে চৰিত্ৰ শঙ্কৰৰ॥ ১৪৯
হে প্ৰাণৰ বন্ধু কৃষ্ণ দৈৱকীনন্দন।
হুয়ো কৃপাময় মঞি পাপীত প্ৰসন॥
কত জন্ম পুণ্য বশে দ্বিজ জন্ম পাইলোঁ।
ভকতি নকৰি বৃথা জনম গয়াইলোঁ॥ ১৫০
অনন্ত বিষয় আসকতি ভৈল মোৰ।
তজু নাম নধৰিয়া ভৈলোঁ সেৱাচোৰ॥
জানা জন্মে সাঞ্চি আছোঁ পাপৰ পৰ্ব্বত।
সি কাৰণে নাসে নাম মোহোৰ মুখত॥ ১৫১
শুনি আছোঁ প্ৰভু তুমি পতিত পাৱন।
মঞি পতিতৰ গতি তুমি নাৰায়ণ॥

কৰোঁহো কাকূতি প্ৰভু দিয়া এহি দান।
তুমি বিনে মোহোৰ সুহৃদ নাহি আন॥ ১৫২
শৰণে পশিলোঁ প্ৰভু কৃপা কৰা মোক।
তজু ভকতৰ সঙ্গ সদা নুগুচোক॥
বচনে নেড়োক দিনে ৰাতি আত্তি নাম।
তেবেসে নিস্তৰো সবে বোলা ৰাম ৰাম॥ ১৫৩

---

জয়ন্ত মাধৱ দুয়ো প্ৰিয় বাক্যে আশ্বাসিয়া
সম্বুধি বুলিলা শঙ্কৰক।
তোমাৰ পিতৃৰ লোক তোমাতে খাণ্টোক বাপ
চৰ্চ্চিয়োক পূৰ্ব্ব বিষয়ক॥
শঙ্কৰে বোলন্ত মোক নলাগে পিতৃৰ লোক
প্ৰয়োজন নাহিকে আমাৰ।
পঢ়িলোঁহো শাস্ত্ৰ দুখে গৃহত বসিয়া সুখে
কৰিবোঁহো অৰ্থক বিচাৰ॥ ১৫৪
তথাপিতো দুয়োজনে বুলিলন্ত বহু মান্যে
পূৰ্ব্বাপৰ কৰিয়া বেৱস্থা।
এক শত তন্ত্ৰী গিৰি দিয়া তাক অধিকাৰি
শঙ্কৰক পাতিলা গোমস্তা॥

শঙ্কৰে জমাইক মাতি বুলিলা সাদৰে আতি
তুমি চৰ্চ্চিবাহা তন্ত্ৰীগণ।
শঙ্কৰক নমস্কাৰ কৰি ৰাজ কাজ চৰ্চ্চি
হৰি ঘুষি থাকা ৰঙ্গমন ॥ ১৫৫
শঙ্কৰক নমস্কাৰ কৰি ৰামৰায় বোলে
দদা মোৰ শুনিয়োক বাক।
দেৱগৃহ পাতিবোঁহো তজু সঙ্গে বসিবোঁহো
চৰ্চ্চিবাহা কৃষ্ণৰ কথাক ॥
আনো প্ৰিয় বাক্য বুলি ৰামৰাই আদৰিয়া
শঙ্কৰক নমস্কাৰ কৰি।
গজনা সুস্তিৰ পৰা পূৰ্ব্বৰ গ্ৰামক লাগি
শঙ্কৰক আনিলা সাদৰি ॥ ১৫৬
শঙ্কৰে বোলন্ত ভাই শুনিয়োক ৰামৰাই
দেৱগৃহ সাজিয়ো যতনে।
হেন কথা শুনিলন্ত সত্ৰ গৃহ সাজাইলন্ত
ৰামৰাই মহা ৰঙ্গমনে ॥
ৰাম ৰাম গুৰু সমে সেহি গৃহে বসে ৰঙ্গে
ভাগৱত কৰিলা বিচাৰ।
তত্ত্ব অৰ্থ জানিলন্ত মনে খেদ কৰিলন্ত
মায়াময় অনিত্য সংসাৰ ॥ ১৫৭

পুত্ৰ দাৰা ধন জন সৱে মিছা অকাৰণ
নজানি বিশ্বাস আত কৰৈ।
নজানৈ শাস্ত্ৰৰ তত্ব নিৰন্তৰে লোক যত
মোৰ মোৰ বুলি মাত্ৰ মৰৈ॥
কলিমল সাগৰত তল গৈলা লোক যত
নেড়াইলেক অবিছাৰ হাত।
অবিছাতে জন্মি আছে পঞ্চপৰ্ব্ব নামে ঘোৰ
ভাগৱত শাস্ত্ৰত প্ৰখ্যাত॥ ১৫৮
পৰমাত্মা ৰূপে হৰি হৃদয়তে আছা তাঙ্ক
অবিদ্যায়ে আছয় ঢাকিয়া।
তমঃ নাম অজ্ঞানত ভ্ৰমি মৰে লোক যত
ঈশ্বৰ কৃষ্ণক পাসৰিয়া॥
দেঁহে অহম্বুধি ভৈলে মোহ নামে গৰ্ব্ব হোৱে
গুৰুজন হেলাত নাদৰে।
ভোগক ইচ্ছায়ে যেবে মহামোহে ধৰৈ তেৱে
মায়াত মজিয়া দুঃখে ৰৱে॥ ১৫৯
যাক প্ৰতি আশা কৰে তাকো যেবে কালে হৰে
বাক্যে তিৰস্কাৰ কৰে আতি।
তামিশ্ৰ বোলয় আক বোলে নানা নিন্দা বাক
ক্ৰোধত হৰাই জ্ঞান শ্ৰুতি॥

পুত্রধন কলত্রত বিশ্বাস কৰয় অতি
তাকো কালে কৰয় সংহাৰ।
আপুনি মৰিলোঁ বুলি সমূলি আকুল হোৱে
অন্ধ তামিশ্র নাম তাৰ ॥ ১৬০
এহি অবিদ্যাৰ পাঞ্চ পৰ্ব্বা নাম বোলে আক
পুৰুষক অন্ধ কৰি মাৰে।
শ্ৰীধৰ স্বামী আক বিদিত কৰিয়া আছা
সাধু সেবাতেসে সুখে তৰে ॥
দৈবকী নন্দন এক দেৱ মাত্র শাস্ত্র এক
দৈবকী নন্দনে কৈলা যাক।
কৰ্ম্মোএকে তানে সেৱা মন্ত্রো একে তান নাম
জানিবা নিশ্চয় কৰি আক ॥ ১৬১
ইহাক নজানি নৰে ঘোৰ নৰকত মৰে
নানা দুঃখ কৰ্ম্মকো আচৰি।
কৃষ্ণ গুণ নাম ধৰ্ম্ম লোকত প্রচাৰ কৰে
সুখে যাউক সংসাৰক তৰি ॥
হেন হিত চিন্তি মনে শ্ৰীমন্ত শঙ্কৰ দেৱে
ভাগৱত কৰিয়া বিচাৰ।
শ্রবণ কীৰ্ত্তন কৰি তৰোক সমস্তে লোক
পদ বন্ধে কৰিলা প্রচাৰ ॥ ১৬২

কৃপাময় শঙ্কৰৰ দেখা কেনে মহা গুণ
বিচাৰিযা সমস্তে শাস্ত্ৰক।
কৃষ্ণ সমে নাম ধৰ্ম্ম লোকত প্ৰকাশ কৰি
তাৰিলন্ত সমস্তে লোকক॥
ই কথা থাকোক আবে শুনিয়োক সাধু সৱে
যেন কথা ভৈলা তাত পৰে।
ক্ষেত্ৰ হন্তে ভাগৱত গ্ৰন্থ লৈয়া আসিলন্ত
পঢ়িবাক এক বিপ্ৰবৰে॥ ১৬৩
ভিৰত দেশৰ এক বিপ্ৰবৰ
ভাগৱত গ্ৰন্থ লৈলা।
জগন্নাথ আগে পঢ়িবাক ৰঙ্গে
ক্ষেত্ৰক লাগি আসিলা॥
জগন্নাথে তাঙ্ক স্বপ্নত বুলিলা
শুনিয়োক বিপ্ৰবৰ
উদয় ৰাজ্যত বৰদোৱা গ্ৰামে॥
আছন্ত শঙ্কৰ বৰ॥ ১৬৪
তান আগে গৈয়া পঢ়িয়োক ইটো
মহাগ্ৰন্থ ভাগৱত।
তাহান আগাৰ নাহিকে অন্তৰ
কৈলোঁ ইটো সাৰ তত্ত্ব॥

চেতন লভিয়া মনত গুণিয়া
দেখিয়া স্বপ্ন বিশেষ।
উদয় ৰাজ্যক যাইবে জগন্নাথে॥
কৰিলা মোক আদেশ॥ ১৬৫
প্ৰভাতে উঠিয়া স্নান কৰি বিপ্ৰে
জগন্নাথ দৌলে গৈলা।
প্ৰদক্ষিণ কৰি নমস্কাৰ কৰি
বিদায় মাগিয়া লৈলা॥
জগন্নাথ আজ্ঞা শিৰোগত কৰি
দ্বিজবৰ লড়িলন্ত।
যাত্ৰীৰ লগত পৰম হৰিষে
কামৰূপ আসিলন্ত॥ ১৬৬
দুই গুটি মনুষ্য লগত চলয়
পন্থক সোধন্তে যায়।
ব্ৰহ্মপুত্ৰ তীৰ্থ তৰিয়া আনন্দে
দক্ষিণ কূল পাইলন্ত॥
অনুক্ৰমে সবে দেশক এড়ায়া
ৰাজ্য পাইল আসমৰ।
তেম্বৰনি বন্ধ বৰদোৱা গ্ৰাম
পাইলা পাচে শঙ্কৰৰ॥ ১৬৭

কেত আক লাগ পাই পুছিলন্ত।
হৰিষতে বিপ্ৰবৰ।
দেখিবাক লাগি আসি আছোঁ আমি।
কোন বাৰী শঙ্কৰৰ॥
মাততে জানিলা তিৰোতীয়া বিপ্ৰ।
বোলন্ত থাকিয়ো এথা।
আছা কি নাহিকা জিজ্ঞাসিয়া মঞি।
কহিবোঁ তোমাত কথা॥ ১৬৮
অনন্তৰে গই শঙ্কৰত কথা।
কহিলন্ত লাসে লাসে॥
তিৰোতীয়া এক বিপ্ৰ আসি আছে।
দেখিবাক অভিলাষে॥
মনত আশঙ্কা পচিমত তুমি
আছা টঙ্কা ধাৰ কৰি।
এতেকে ব্ৰাহ্মণে সোধয় শুনিয়া
হাঁসিলন্ত উচ্চ কৰি॥ ১৬৯
তত কালে উঠি লৰিলা শঙ্কৰ
শুনি ব্ৰাহ্মণৰ নাম।
আৰ আগত হৰিষে চলন্ত
ৰূপৰ নাহি উপাম॥

দূৰতে দেখিয়া চিনিলা ব্ৰাহ্মণে
গৌৰাঙ্গ সব শৰীৰ।
গজ গতি লীলা গমনে আসন্ত
সাগৰ সম গম্ভীৰ ॥ ১৭০
আজানু লম্বিত দুই খান ভুজ
সুদীৰ্ঘ আঙ্গুলি চয়।
মুখপদ্ম যেন চন্দ্ৰৰ মণ্ডল
বহল পুষ্ট হৃদয় ॥
পাটভুমি মাটি লোটন্তে আছয়
গাৱত পাটপামৰি।
যেন সূৰবৰ প্ৰকাশি আছন্ত
চা'হন্ত নেত্ৰ ভৰি ॥ ১৭১
মনত বোলন্ত এহেন্তে শঙ্কৰ
দৰশন ভৈলোঁ আসি।
মহা ভাগ্যোদয় মিলিল আমাৰ
দূৰ গৈলা পাপ ৰাশি ॥
জগন্নাথে কৃপা কৰি পাঠাইলন্ত
মানিলন্ত বিপ্ৰবৰ।
শঙ্কৰে আশ্বাসি ব্ৰাহ্মনক পাচে
নিলন্ত আপুন ঘৰ ॥ ১৭২

আসনত পাচে বসিলা ব্ৰাহ্মণ
বস্ত্ৰৱা ধুয়াইলা ভৰি।
মধুময় অন্ন কৰিলা ভোজন
মনত আনন্দ কৰি ॥
ভোজন কৰিয়া বসিলা ব্ৰাহ্মণ
শঙ্কৰ তথা গৈলন্ত।
দেৱগৃহে বসি বচনে আশ্বাসি
ব্ৰাহ্মনেও পুছিলন্ত ॥ ১৭৩
কিবা কাৰ্য্যে ঐক আসিলাহা গুৰু
মোত কিবা প্ৰয়োজন।
হেন বাণী শুনি অৱনত হুয়া
বুলিলা বিপ্ৰে বচন ॥
আমি তিৰোতীয়া ব্ৰাহ্মণ জানিবা
পঢ়িলোঁহো ভাগৱত।
জগদীশ মিশ্ৰ নাম দিলা গুৰু
আনন্দ কৰি মনত ॥ ১৭৪
জগন্নাথ আগে ইটো ভাগৱত
পঢ়িবাক ৰঙ্গে গৈলোঁ।
স্বপ্নে জগন্নাথে দেখা দিলা মোক
নয়ন ভৰি দেখিলোঁ ॥

মোক আজ্ঞা কৰিলন্ত জগন্নাথ
শুনিয়োক দ্বিজবৰ।
বৰদোৱা গ্ৰামে আছন্ত শঙ্কৰ
যায়োক তৈকে সত্বৰ॥ ১৭৫
শঙ্কৰৰ মোৰ নাহিকে অন্তৰ
তৈতে পঢ়া ভাগৱত।
হেন শুনি মঞি আনন্দে লড়িলো
আজ্ঞা কৰি শিৰোগত॥
দুই মাস পূৰ্ণ ভৈলেক পথতে
আসিলোঁ হো ৰঙ্গমন।
মহা ভাগ্য মোৰ মিলিলা তোমাক
দেখিলোঁ আসি নয়নে॥ ১৭৬
তজু দৰশনে পাপ দূৰ ভৈল
আনন্দ কৰে হৃদয়।
এতেক বোলন্তে প্ৰেম উপজিল
নয়নে নীৰ ঝৰয়॥
শঙ্কৰৰ মুখ নিৰেখি ব্ৰাহ্মণ
থাকিলন্ত মৌন হুই।
শুনা সৰ্ব্বজন তেজি আন মন
সম্যকে পাপৰ জুই॥ ১৭৭

ব্ৰাহ্মণৰ আগে কৈলা জগন্নাথে
শুনিয়োক বিপ্ৰবৰ।
শঙ্কৰৰ মোৰ কিঞ্চিত মাত্ৰকো
নাহিকে জানা অন্তৰ ॥
হেন শঙ্কৰক মনুষ্য প্ৰত্যয়
কৰিবেক কোন জনে।
সি সি জনে জানা কৰিবে অৱজ্ঞা
কৃষ্ণক যিটো নমানে ॥ ১৭৮
সিটো মহা ৰণ্ড পৰম পাষণ্ড
তাৰ সঙ্গ পৰিহৰা।
কৃষ্ণত ভকতি নকৰয় যিটো
সিটো জীৱন্তে মৰা ॥
অহে কৃষ্ণদেৱ ভজু পাৱে সেৱ
কৰো লক্ষ কোটি বাৰ
মঞি পতিতক তুমি কৃপাময়
চৰণে কৰা উদ্ধাৰ ॥ ১৭৯
পতিত পাৱন নাম ধৰি আছা
প্ৰসিদ্ধ সবে শাস্ত্ৰত।
মঞি পতিতক তাৰিয়োক প্ৰভু
কৰিয়া কৃপা বেকত ॥

যেন সুখে দুখে মোৰ ইটো মুখে
নেড়োক তোমাৰ নাম ॥
তেবেসে ইবাৰ নিস্তৰো সংসাৰ
সবে বোলা ৰাম ৰাম ॥ ১৮০

---

ব্ৰাহ্মণৰ প্ৰেম বাণী শুনিয়া শঙ্কৰ।
মনত হৰিষে পাচে দিলন্ত উত্তৰ ॥
শঙ্কৰ বদতি শুনা বিপ্ৰ মহাশয়।
জগন্নাথে দায়া মোক সম্পূৰ্ণে আছয় ॥ ১৮১
কৃপা কৰি তোমাক পঠাইলা মোৰ পাশে।
তুমি হেন বিপ্ৰক লভিয় ভাগ্য বশে ॥
কালি আৰম্ভিবা মহাগ্ৰন্থ ভাগৱত।
গীত পদ কৰি আমি আছোঁহো পূৰ্ব্বত ॥ ১৮২
তাত কৰি অৰ্থ কিবা বিলক্ষণ হয়।
শুনিবাক মোৰ মহা আনন্দ আছয় ॥
এহি কহি মৌনে পাচে ৰহিলা শঙ্কৰ।
পৰম হৰিষ মন ভৈলা ব্ৰাহ্মণৰ ॥ ১৮৩
এত হন্তে ভক্ত সমে আসিয়া মিলিলা।
দেৱগৃহে পশি মহা নাট আৰম্ভিলা ॥

যি সৱ অৰ্থক কহে গীতা ভাগৱতে ।
সবে অৰ্থ ৰেক্ত হুয়া আছয় গীততে ॥ ১৮৪
হাতে তাল ধৰি গীত গায়নে গাৱয় ।
শঙ্কৰৰ গীত শুনি মনত বিস্ময় ॥
অনন্তৰে নাম ধৰিলন্ত ভক্তগণে ।
অমৃত বৰিষে যেন ব্ৰাহ্মণৰ মনে ॥ ১৮৫
কীৰ্ত্তন কৰয় পালি ঘোষাক গাৱয় ।
ওজা পদ বোলে যেন অমৃত সিঞ্চয় ॥
কীৰ্ত্তনক সমাপিয়া ঘৰে চলি গৈলা ।
ৰঙ্গমনে বিপ্ৰ পাচে শয্যাত শুতিলা ॥ ১৮৬
শঙ্কৰো হৰিষ মনে শয্যাত শুতিলা ।
ৰজনী প্ৰভাত জানি শয্যাৰ উঠিলা ॥
স্নান কৰি বসিলা দেৱৰ মন্দিৰে ।
ভাগৱত পাঠ আৰম্ভিলা বিপ্ৰবৰে ॥ ১৮৭
প্ৰথম কন্ধৰে পৰা দ্বাদশ পৰ্য্যন্তে ।
পঢ়িলন্ত বিপ্ৰে বাৰ্হ কন্ধ ভাগৱতে ॥
পৰম হৰিষ মনে পঢ়া বিপ্ৰবৰ ।
দোষণ সিদ্ধান্ত দেন্ত আপুনি শঙ্কৰ ॥ ১৮৮
মহাগ্ৰন্থ ভাগৱত তত্বক বিচাৰি ।
শঙ্কৰে কৰিছা পদ মহাযশ কৰি ॥

জগন্নাথ আজ্ঞা বিপ্রে কৰি শিৰোগত।
পঢ়িলা হৰিষে বাৰ্হ কথা ভাগ্ৱত ॥ ১৮৯
দৈবকী নন্দনে শঙ্কৰক অংশ মানি।
পঠাইলা বিপ্ৰক শুনিলাহা সবে প্ৰাণী ॥
ইকথা থাকুক শুনা আত অনন্তৰ।
যি মতে মাধৱ্ শিষ্য ভৈলা শঙ্কৰৰ ॥ ১৯০
বলুকাত ভ্ৰাতৃ আছে তহিকে গৈলন্ত।
কিছোমান বিত তৈৰ পৰা আনিলন্ত ॥
কতো দিন আছা মহা হৰিষে মনন্ত।
আসিয়া শৰত কাল ভৈলা উপগত ॥ ১৯১
মনত বোলন্ত লাগে দেবী পূজিবাক।
পঠাও ৰামদাসক ছাগল কিনিবাক ॥
শুনা বোলোঁ বহিনাই ধৰা মোৰ বাণী।
দুই গোটা ছাগল কিনিয়া দিয়া আনি ॥ ১৯২
মঞিও যাঞ হাটক তাম্বুল বেহাইবাক।
নকৰা বিলম্ব লাগে দেবী পূজিবাক ॥
এহি বুলি ৰামদাস হাতে টঙ্কা দিলা।
বেসাতি আনিতে প্ৰতি আপুনিয়ো গৈলা ॥ ১৯৩
ৰামদাসে টঙ্কা হাত পাতিয়া লৈলন্ত।
ছাগল কিনিবে প্ৰতি চলিয়া গৈলন্ত ॥

ছাগলক অন্বেষে ফুৰন্ত গ্ৰাম পশি।
শঙ্কৰৰ আগে গৈয়া মিলিলা হৰিষি॥ ১৯৪
শঙ্কৰক দেখিলা আসনে আছা বসি।
গৌৰাঙ্গ শৰীৰ যেন পূৰ্ণিমাৰ শশী॥
চত্ৰাকাৰ মাথা আতি কপোল সুসম।
প্ৰকাশয় মুখপদ্ম পূৰ্ণচন্দ্ৰ সম॥ ১৯৫
আজানু লম্বিত দুই বাহু মহা পুষ্ট।
বহল হৃদয় দৰশনে মিলে তুষ্ট॥
যেন সূৰ্য্যৰ প্ৰকাশয় আসনত।
দৰশনে সমস্তে পাতেক হোৱে হত॥ ১৯৬
দেখি ৰামদাস মহা বিস্ময় ভৈলন্ত।
চৰণত পৰি নমস্কাৰ কৰিলন্ত॥
উঠিয়া হৰিষে পাচে আসনে বসিল।
কি কাৰ্য্যে আসিছা বুলি শঙ্কৰে পুছিল॥ ১৯৭
আমাত বা তোমাৰ আছয় কোন কাম।
কোন গ্ৰামে থাকিয় তোমাৰ কিবা নাম॥
শুনি ৰামদাস আতি নম্ৰকায় ভৈলা।
নমস্কাৰ কৰি কথা কহিবাক লৈলা॥ ১৯৮
হোঙ্কৰা কুঞ্চিয়া বোলে নাম ৰামদাস।
উত্তম কায়স্থ কুল লোকত প্ৰকাশ॥

আছন্ত মাধব তেহে হোন্ত মোৰ শাল ।
দেবী পূজিবাক লাগি লাগয় ছাগল ॥ ১৯৯
আসিল অষ্টমী দশভূজা পূজিবন্ত ।
টঙ্কা দিয়া ছাগল কিনিতে পাঞ্চিলন্ত ॥
আপুনি গৈলন্ত গুৱাপান আনিবাক ।
মঞি আসি আছোঁ যে ছাগল কিনিবাক ॥ ২০০
কতনা জন্মৰ ভাগ্য আছয় আমাৰ ।
সি হেতু চৰণ আসি দেখিলোঁ তোমাৰ ॥
এহি বুলি ৰামদাস মৌনে ৰহিলন্ত ।
তেন শুনি হাসিয়া শঙ্কৰে মাতিলন্ত ॥ ২০১
শুনা ৰামদাস কহোঁ তোমাৰ আগত ।
নতু শুনা তুমি মহাশাস্ত্র ভাগৱত ॥
দেৱপূজা কৰি যিটো কাটে হাঁস ছাগ ।
অস্ত্র ধৰি অন্তকালে লৱে সিটো লাগ ॥ ২০২
কাণ্টে ছিণ্ডে লৱে প্রাণ ঘাঁৰক মোচৰি ।
যাতনা ভুঞ্জিবে লাগি জীয়ে মৰি মৰি ॥
যি কাৰ্য্যে কাণ্টিলে বলি ফলো নপাৱয় ।
কিঞ্চিতেক ছিদ্রে সৱে বিনাশ কৰয় ॥ ২০৩
চিৰকাল ভুঞ্জি মৰে ঘোৰ নৰকক ।
যিটো জনে চাহে আপুনাৰ কুশলক ॥

কৃষ্ণক ভজিয়া সুখে তৰোক সংসাৰ ।
আত পৰে জীৱৰ কুশল নাহি আৰ ॥ ২০৪
অনন্তৰে ৰামদাসে প্ৰণাম কৰিলা ।
বিদাই কৰিয়া নিজগৃহে চলি গৈলা ॥
মনে ভয় ভৈলা কথা শুনি শঙ্কৰৰ ।
ছাগল নিকিনি চলি গৈলা নিজ ঘৰ ॥ ২০৫
গুৱাপান আনি ৰঙ্গে মাধৱ আসিলা ।
ৰামদাস বহিনাইত হৰিষে পুছিলা ॥
কত কড়ি লাগিল ছাগল কিনিবাক ।
কত বৰ উচ্চ ছাগ দেখায়ো আমাক ॥ ২০৬
দুই শৃঙ্গ ভাল হুইবে অথু দুই কৰ্ণ ।
কিবা দুই গোটা ক'লা কিবা শুক্ল বৰ্ণ ॥
আগক আনিয়ো দেখোঁ দুই গোটা ছাগক ।
শুনি ৰামদাসে মাতিলন্ত মাধৱক ॥ ২০৭
মোহোৰ বচন বৰগিৰি শুনিয়োক ।
কহোঁ সত্য কথা তুমি নখঙ্গিবা মোক ॥
ছাগল কিনিতে গৈলোঁ কৰিয়া যতন ।
আছন্ত শঙ্কৰ তাঙ্ক ভৈলোঁ দৰিশন ॥ ২০৮
বসিয়া আছন্ত মহা ৰূপ চমৎকাৰ ।
দেখি চৰণত কৰিলোঁ াহো নমস্কাৰ ॥

বসিলোঁ আসনে মোত কথা পুছলিন্ত।
কহিলোঁ সকলে মঞি তোমাৰ বৃত্তান্ত ॥ ২০৯
হাসিয়া শঙ্কৰে পাচে বুলিলা বচন।
বৃথা দুঃখ পাৱে কৰি কৰ্ম্মক যতন ॥
বলি কাটি যিটো অন্য দেৱক পূজয়।
অন্তকালে সেহি বলি তাহাকো কাটয় ॥ ২১০
যাতনা ভুঞ্জিয়া মৰে নাহিকে নিস্তাৰ।
নপাৱে ফলকো দুঃখ মাত্র হোৱে সাৰ ॥
বিস্তৰ কহিলা আৰো মোহোৰ আগত।
ভয়ে নিকিনিলোঁ ছাগ কহিলোঁ তোমাত ॥ ২১১
শুনিয়া মাধৱ আতি ক্রোধত জলিলা।
মৰ মৰ পাপী বুলি খঙ্গিয়া উঠিলা ॥
নামত হোঙ্কোৰা তোৰ বুদ্ধি নুহি ভাল।
কড়ি দিলো তভো কিনি নানিলি ছাগল ॥ ২১২
মূৰ্খৰ আগত যেন কথা কহ তঞি।
ধৰ্ম্ম বুঝাৱস কিছো নজানোহো মঞি ॥
ৰামদাসে বোলন্ত নকৰা খঙ্গ মোক।
শঙ্কৰৰ পাশে যাঞো শীঘ্রে চলিয়োক ॥ ২১৩
আপুনাক পণ্ডিত মানাহা বৰ গোট।
শঙ্কৰৰ আগত হৈবিহি লোতসোত ॥

মাধৱে বোলন্ত বৰ মতে ডকুয়াস।
কালি প্ৰভাততে যাইবোঁ শঙ্কৰৰ পাশ॥ ২১৪
ৰাত্ৰি গোট বঞ্চিলন্ত ৰজনী পুহাইলা।
স্নান কৰি দুই হন্তে যাইবাক সাজ ভৈলা
কিছো পান তাম্বুলক মাধৱে লৈলন্ত।
কতোক্ষণে শঙ্কৰৰ সমীপ পাইলন্ত॥ ২১৫
মনত বোলন্ত নকৰিবো নমস্কাৰ।
প্ৰথমে কৰিবো শাস্ত্ৰ-তত্বক বিচাৰ॥
হেন মনে গুণি যান্তে নিকট পাইলন্ত।
বসি আছা শঙ্কৰ মাধৱে দেখিলন্ত॥ ২১৬
শৰীৰৰ জ্যোতি দেখি সিঁহৰিলা গাৱ।
মনত বোলন্ত কিনো তেজৰ প্ৰভাৱ॥
সঙ্কুচিত ভৈলা কাই ৰূপ দৰশনে।
প্ৰণাম কৰিলা পৰি শঙ্কৰ চৰণে॥ ২১৭
ৰামদাসো প্ৰণামিলা পৰি চৰণত।
শঙ্কৰে বোলন্ত বসিয়োক আসনত॥
হেন শুনি ৰঙ্গে দুয়ো বসিলা আসনে।
শঙ্কৰে পুছিলা পাচে মধুৰ বচনে॥ ২১৮
এহেন্তে মাধৱ জানো মহা সুবিনীত।
দেখিলাতে মোহোৰ হৰিষ কৰে চিত॥

কিবা কাৰ্য্যে তুয়ো জনা আসিয়াছা এথা।
শুনিবাক উৎসুক কহিয়ো মোত কথা॥ ২১৯
শুনিয়া মাধৱে পান তাম্বুলক লৈলা।
সম্ফুৰাত কৰি শঙ্কৰৰ আগে দিলা॥
পুনু নমস্কাৰ কৰি বসিলা আসনে।
কহিবে লাগিলা কথা কোমল বচনে॥ ২২০
শৰত কালত পূজা সমস্তে কৰয়।
পূৰ্ব্ব হন্তে ইটো বিধি নিয়ম আছয়॥
বেদ আজ্ঞা লঙ্ঘিলতে মহাপাপ হয়।
অৱশ্যেকে মৰি ঘোৰ নৰকে পৰয়॥ ২২১
বেদৰ বিহিত কৰ্ম্ম লাগে কৰিবাক।
নকৰিলে শাস্ত্রে দুৰাচাৰ বোলে তাক॥
দুৰাচাৰ ভৈলে শৰীৰৰ নাহি সিদ্ধি।
দিনে দিনে পাপত মলিন হোৱে বুদ্ধি॥ ২২২
পিতৃমাতৃ তাৰ পিণ্ডজল নলৱয়।
পশু যেন সিটো বৃথা জনম ধৰয়॥
মৰিলিয়ো ঘোৰ নৰকত পৰে যাই।
কোটি কোটি জন্মতো তাহাৰ গতি নাই॥ ২২৩
এতেকে আমাৰা দেবী পূজা কৰোঁ জানি।
ঈশ্বৰৰ আজ্ঞা ইটো আছে বেদ বাণী॥

শঙ্কৰে বোলন্ত পাচে মাধৱক চাই।
শুনিয়োক কহোঁ মঞি শাস্ত্ৰ অভিপ্ৰাই ॥ ২২৪
ঋষিগণে কৰে ইটো বেদক ব্যাখ্যান।
নিজ অৰ্থ ভকতিক তেজি বুঝে আন ॥
তপ জপ জজ্ঞ কৰি ব্ৰহ্মলোকে চড়ে।
পুণ্য ক্ষীণ ভৈলে তুনাই নৰকত পৰে ॥ ২২৫
বেদ মতে কৰ্ম্ম যদি অছিদ্ৰে কৰয়।
অৰ্পিণা নভৈলে কিছো ফল নধৰয় ॥
যদি ফল পাৱে তাৰো আছয় বিনাশ।
মহন্ত সকলে আত নকৰে বিশ্বাস ॥ ২২৬
যজ্ঞ কৰি ধৰি আনি পশুক কাটয়।
পশুৰ ৰুধিৰে মহী কৰ্দ্দম কৰয় ॥
যদি এহি জন কৰে স্বৰ্গক গমন।
নৰকত তেবে পৰিবেক কোন জন ॥ ২২৭
বলি কাটি যিটো অন্য দেৱ পূজা কৰে।
হাতে অস্ত্ৰ ধৰি অন্তকালে লাগ ধৰে ॥
ছুম্পি ধৰি কাটি তাকো কৰে খণ্ড খণ্ড।
পূৰ্ব্ব শত্ৰু স্মৰি কৰে প্ৰাণান্তিক দণ্ড ॥ ২২৮
যি কাৰ্য্যে কাটিলে বলি তাতো নাই আশ।
তম নৰকত চিৰকাল কৰে বাস ॥

সংসাৰত আয়াধাত নুগুচে জীৱৰ।
এতেকে প্ৰবৃত্তি পন্থ পৰম দুষ্কৰ॥ ২২৯
শুনিয়া মাধৱে পাচে বুলিলা বচন।
পুৰাণে আগমে কহে কৰ্ম্মেসে প্ৰধান॥
কৰ্ম্ম এড়ি বিকৰ্ম্ম পাতেকে হোৱে হত।
অৱশ্যেকে পৰিবেক ঘোৰ নৰকত॥ ২৩০
শঙ্কৰে বোলন্ত শুনিয়োক স্বৰূপত।
পুৰাণৰ সূৰ্য্য ইটো মহা ভাগৱত॥
তাবত জনোকা পোকা প্ৰকাশ কৰয়।
যাবত নুহিকা আসি চন্দ্ৰমা উদয়॥ ২৩১
পূৰ্ব্ব দিসে সূৰ্য্য যেবে ভৈলেক উদয়।
জনৌকা চন্দ্ৰৰ প্ৰকাশক বিনাশয়॥
জনৌকা সদৃশ কুকাব্য নিৰন্তৰ।
সকলে পুৰাণ যেন প্ৰকাশ চন্দ্ৰৰ॥ ২৩২
কোটি সূৰ্য্য সম প্ৰকাশয় ভাগৱত।
কাব্য পুৰাণৰ কিছো নাহিকে মহত॥
ভাৰত পুৰাণ ব্যাস ঋষি কৰিলন্ত।
যাৰ যেন জাতি ধৰ্ম্ম সবে বিলিহন্ত॥ ২৩৩
চাৰিয়ো বেদৰ কৰিলন্ত সমস্তা ভেদ।
তথাপিতো নুগুচে মনৰ তান খেদ॥

পশু-হিংসা ধৰ্ম্ম বিহিলন্ত জগতত।
সি কাৰণে স্বস্থ নাহি ব্যাসৰ মনত॥ ২৩৪
বৈকুণ্ঠৰ শাস্ত্র ইটো মহা ভাগৱত।
নাৰয়ণে কহিলন্ত ব্রহ্মাৰ আগত॥
ব্রহ্মা নাৰদত কৈলা নাৰদে ব্যাসত।
ব্যাসে কৰিলন্ত পাচে মহা ভাগৱত॥ ২৩৫
শুকক পঢ়াইলা ব্যাসে ইটো শাস্ত্রসাৰ।
শুকে পৰীক্ষিত আগে কৰিলা প্রচাৰ॥
সাধু সঙ্গে কৃষ্ণ ভক্তি কেহো নজানয়।
কাম্য কৰ্ম্ম কৰি ঘোৰ নৰকে পৰয়॥ ২৩৬
পদবন্ধে নিবন্ধিলোঁ শাস্ত্র ভাগৱত।
শ্রবন কীর্ত্তন কৰি তৰোক জগত॥
মাধৱে পুছিলা পাচে কৰজোড় কৰি।
বৃথা দুঃখ পাৱে কাম্য কৰ্ম্মক আচৰি॥ ২৩৭
কোন কৰ্ম্মে তৰিবেক ঘোৰ সংসাৰক।
ইহাৰ উপায় আবে কহিয়ো সাম্প্রত॥
শঙ্কৰে বোলন্ত মাধৱৰ মুখ চাই।
ভকতিৰ সাধন সৎ সঙ্গ বিনে নাই॥ ২৩৮
ভাগৱতি নিগু´ণাৰ পৃথক সাধন।
সৎ সঙ্গ ভক্তিৰ কথা দিয়া শুনা মন॥

প্ৰথমতে মহন্তৰ সেৱা কৰিবেক।
শুদ্ধ ভাৱ দেখি তান কৃপা মিলিবেক॥ ২৩৯
কহিবন্ত ধৰ্ম্ম ধৰিবন্ত শুদ্ধ মতি।
হৰি কথা শ্ৰবনত উপজিবে ৰতি॥
কৃষ্ণত হৈবেক প্ৰেম দৃঢ় ভক্তি জাত।
দেহ ব্যতিৰেক আত্মা জানিবে সাক্ষাত॥ ২৪০
কৃষ্ণৰ পৰম কৃপা হৈবে তান প্ৰতি।
সৰ্ব্বজ্ঞাতা আদি গুণ মিলিবে সম্প্ৰতি॥
সংসাৰক তৰিবাক যাৰ আছে মন।
প্ৰথমে কৰোক সাধু সেৱাক যতন॥ ২৪১
গুৰু সেবাতেসে পাই ভকতি মুকুতি।
অন্যথা নপাৱে ইটো কহিলোঁ যুগুতি॥
অসংখ্যাত শঙ্কা শ্লোক মাধৱে তুলিলা।
শঙ্কৰে শাস্ত্ৰক দেখাই সমস্তে খণ্ডিলা॥ ২৪২
অন্যো অন্য শ্লোক নানা শাস্ত্ৰৰ তোলন্ত।
তিনি প্ৰহৰক মানে বাদ কৰিলন্ত॥
ৰামৰায় আদি কৰি আছা যত জন।
দুই হান্তৰ সম্বাদ চাহিছা ৰঙ্গমন॥ ২৪৩
শঙ্কৰৰ পৌটি বাক্য শুনি মাধৱৰ।
গুচিল সংশয় যত আছিল মনৰ॥

কৃতাঞ্জলি কৰি আসনৰ উঠিলন্ত।
গুৰু মানি শঙ্কৰত শৰণ লৈলন্ত ॥ ২৪৪
সাধু সাধু মাধৱক প্ৰশংসা কৰিলা।
দুই হাতে আশ্বাসিয়া শঙ্কৰে তুলিলা ॥
উঠিয়ো মাধৱ তুমি বসিয়ো আসনে।
তোমাৰ কথাত বৰ তুষ্ট ভৈলোঁ মনে ॥ ২৪৫
অনন্তৰে ৰামদাসো লৈলন্ত শৰণ।
অন্যো অন্যে কৃষ্ণকথা কাৰ সম্ভাষণ ॥
দিলন্ত তাম্বুল সবে ৰঙ্গে ভুঞ্জিলন্ত।
নমস্কাৰ কৰি দুয়ো গৃহক গৈলন্ত ॥ ২৪৬
কথামাতে যান্ত পথে হৰিষিত মন।
মাধৱে বুলিলা ৰামদাসক বচন ॥
পূৰ্ব্ব হন্তে শুনো শঙ্কৰৰ কথা যত।
তথাপিতো কিঞ্চিতেকো নধৰোঁ মনত ॥ ২৪৭
তুমি বৰ আমাক কৰিলা উপকাৰ।
একে কুটুম্ব আৰো সুহৃদ আমাৰ ॥
টঙ্কা দিলোঁ তভো তুমি নিকিনিলা ছাগ।
মহাক্ৰোধে মোৰ মনে মিলিল বৈৰাগ্য ॥ ২৪৮
মহা ভাগ্য আসি মোৰ ভৈলা উপসন।
শঙ্কৰ দেৱৰ মঞি দেখিলোঁ চৰণ ॥

কৰিলোঁহো সম্ভাষণ শাস্ত্ৰক বিচাৰি।
গুৰু মানি শৰণ লৈলোঁহো দৃঢ় কৰি ॥ ২৪৯
এহি কথামাতে দুয়োজনে গৃহ পাইলা।
আসিল অষ্টমী তিথি মাধৱে জানিলা ॥
দ্বিপ ধুপ কদলি তাম্বুল উপহাৰ।
কৰিলা মাধৱে আনি নৈবেদ্য সম্ভাৰ ॥ ২৫০
আপুনি কোদাল ধৰি পন্থক চাঞ্চন্ত।
অনন্তৰে ৰাম ৰাম গুৰু আসিলন্ত ॥
পন্থে মাধৱক পাই বুলিলা বচন।
বেলি ভৈল এভো তুমি নকৰিয়া স্নান ॥ ২৫১
মাধৱে বোলন্ত গুৰু শুনা মোৰ বাক্য।
নৈবেদ্য উছৰ্গি দিবা কৃষ্ণ দেৱতাক ॥
আনৰ সম্বন্ধে ফুলপাতো নেদিবাহা।
মোহোৰ শপত যেবে বাক্য নকৰাহা ॥ ২৫২
ৰাম ৰাম গুৰু তান গৃহক গৈলন্ত।
নৈবেদ্য উছৰ্গি সবে কৃষ্ণক দিলন্ত ॥
মাধৱে কৰিয়া স্নান গুৰুক নমিলা।
দিলন্ত নৈবেদ্য গুৰু নিজ গৃহে গৈলা ॥ ২৫৩
অৰ্দ্ধেক নৈবেদ্য গৃহে মাধৱে থৈলন্ত।
অৰ্দ্ধেক নৈবেদ্য লৈয়া তেখনে গৈলন্ত ॥

বসিছা শঙ্কৰ তান থৈলন্ত আগত।
নমস্কাৰ কৰিলন্ত পৰি চৰণত ॥ ২৫৪
শঙ্কৰে বুলিলা পাচে চাহি মাধৱক।
আজি কেনে আনিলাহা দেৱ নৈবেদ্যক ॥
কালিসে নৈবেদ্য সবে বিভঞ্জিবে পাই।
এহি বুলি মনৰ বুঝন্ত অভিপ্ৰাই ॥ ২৫৫
মাধৱে বোলন্ত দেবী প্ৰসাদ নোহয়।
কৃষ্ণক উছৰ্গি দিলা গুৰু মহাশয় ॥
শুনিয়া শঙ্কৰে মাধৱক প্ৰশংসিলা।
ৰামানন্দ নামে পুত্ৰ তাহাঙ্কে মাতিলা ॥ ২৫৬
শুনা বাপু থৈয়ো নিয়া এহি নৈবেদ্যক।
অপুনি ভুঞ্জিবো মঞিও কৃষ্ণ প্ৰসাদক ॥
শঙ্কৰে দিলন্ত পুষ্প তাম্বুল সাদৰি।
গৃহক গৈলন্ত পুনু নমস্কাৰ কৰি ॥ ২৫৭
আনো ভক্ত সমস্তক শঙ্কৰে মাতিলা।
ৰাম ৰাই আদি কৰি সবাকো বুলিলা ॥
মাধৱে নিশ্চয় মন বুদ্ধি কৰিলন্ত।
কৃষ্ণত একান্ত ভাৱে শৰণ লৈলন্ত ॥ ২৫৮
তুমি সবো আন কৰ্ম্ম ধৰ্ম্ম পৰিহৰা।
কৃষ্ণত শৰণ পশি ভকতিক ধৰা ॥

শঙ্কৰৰ বচন ভকতে শুনিলন্ত।
কৃষ্ণত একান্ত ভাৱে শৰণ লৈলন্ত॥ ২৫৯
শুনা সভাসদ পদ হুয়া সাৱধান।
গুৰুসেৱা বিনে জানা ধৰ্ম্ম নাহি আন॥
চাৰি আশ্ৰমীৰ ধৰ্ম্মে তুষ্ট নুহিকন্ত।
গুৰু শুশ্ৰূষাতে যেন তুষ্ট ভগৱন্ত॥ ২৬০
অকপটে যিতো গুৰু সেৱাক কৰয়।
গুৰুৰ সমান শক্তি শিষ্যতো হোৱয়॥
মাধৱো ভজিলা শঙ্কৰক শুদ্ধ ভাৱে।
শঙ্কৰ মাধৱ সম কীৰ্ত্তি লোকে গাৱে॥ ২৬১
হে প্ৰাণবন্ধু কৃষ্ণ দৈবকী নন্দন।
মঞি অধমত প্ৰভু হুয়োক প্ৰসন॥
মোত পৰে অজ্ঞ আৰো নাহি সংসাৰত।
নভৈলা ভকতি প্ৰভু তজু চৰণত॥ ২৬২
ঘোৰ মায়াজালে বন্দী ভৈলোঁ।হো দুৰ্গতি।
কাম ক্ৰোধ অন্ধতায়ে কামোড়ে দিনে ৰাতি॥
নানাবিধ ব্যাধি শৰীৰত ভৈলা থান।
কাল ব্যাধে মাৰে যেন খাপৰৰ হান॥ ২৬৩
লোভ মোহ দুই ডাঙ্গে কোবাৱে মুণ্ডত।
পশু যেন বন্দী ভৈলোঁ কালৰ হাতত॥

শৰীৰত বিষ লাগি ভৈলোঁ শ্ৰুতিহত।
কোন বুদ্ধি এড়াইবোঁহো কালৰ হাতত ॥ ২৬৪
বিচাৰি মনত গুণি কৰিলোঁহো সাৰ।
কৃষ্ণ বিনে কোনে মোক কৰিবে নিস্তাৰ ॥
কৃপাময় কৃষ্ণ বিনা কৃপা কৰিয়োক মোক।
তজু ভকতৰ সঙ্গ সদা নুগুচোক ॥ ২৬৫
ভকতে সে হৈবা মোৰ পৰম বান্ধব।
তেবেসে এড়াইবোঁ মোৰ কাল পৰাভব ॥
বচনে নেড়োক দিনে ৰাতি আতি নাম।
তেবেসে নিস্তৰোঁ সবে বোলা ৰাম ৰাম ॥ ২৬৬

——০——

আত অনন্তৰে শুনিয়োক সবে
যেন কথা ভৈলা পাচে।
ভকতি পন্থক কৰয় অসূয়া
যতেক ব্ৰাহ্মণ আছে ॥
শ্ৰীবিধৰ ভট্টা চাৰ্য্য কবিৰাজ
মিশ্ৰ ৰামাণাচাৰ্য্য।
ৰত্নাকৰ কন্দ লীক আদি কৰি
বসিলা পাতি সমাজ ॥ ২৬৭

অন্যো অন্যো বোলে শঙ্কৰ গোমস্তা
ভকতিক প্রকাশয়।
এক শৰণিয়া ভৈলে লোকে জোনো
আমাৰ মান্য খণ্ডয় ॥
দেবী পূজা কৰ্ম্ম কেহো নকৰিবে
নপাইবো দক্ষিণা দান।
কৃষ্ণৰ ভকতি পন্থক নসহে
যতেক বিপ্র প্রধান ॥ ২৬৮
দৰীয়া আচাৰ্য্য ব্রহ্মানন্দ ভট্টা
চাৰ্য্য আদি ধীৰ যত।
শঙ্কৰক সৱে কৰয় অসূয়া
পৰম ক্রোধ মনত ॥
অন্যো অন্যে সবে কৰে আলোচন
বসিয়া সমাজ পাতি।
বোলে কান্দি হিয়া শূদ্ৰ গোট হুয়া
প্রকাশ কৰে ভকতি ॥ ২৬৯
দৰীয়া আচাৰ্য্যে সৱাকে সম্বুধি
বুলিলা হেন বচন।
শূদ্ৰ হুয়া ভাগ ৱত পদ কৰৈ
এহিতো বৰ দূষণ ॥

আমি যাক কহোঁ তাকে কৰি বেক
শাস্ত্ৰৰ হেন যুগুতি।
আপুনাকে বৰ পণ্ডিত মানিয়া
প্ৰকাশে হৰি ভকতি॥ ২৭০
শ্ৰীৰি ধৰ ভট্টা চাৰ্য্যে বোলে মঞি
বখানি তৰ্ক মীমাংসা।
শঙ্কৰৰ মত কৰিবোঁ দূষিত
দেখিবা মোহোৰ কক্ষা॥
আমি নাম লব্ধ পৰম পণ্ডিত
সমস্তে শাস্ত্ৰে পাৰ্গত।
কোনে নজানয় নিচিনয় কোনে
সমস্তে ইটো লোকত॥ ২৭১
ব্ৰহ্মানন্দ ভট্টা চাৰ্য্যে বুলিলন্ত
শুনিয়ো ধীৰ সমাজ।
শঙ্কৰৰ মত কেহো নধৰিবোঁ
আপুনি পাইবেক লাজ॥
আনো লোক সম স্তকো শিক্ষা দিবোঁ
নধৰিবে তান মত।
লোকে সমে আমি একে মতি ভৈলে
ৰাখিবোঁ কক্ষা সমস্ত॥ ২৭২

কবিৰাজ মিশ্ৰে মাতিলন্ত পাচে
শুনা সবে বিপ্ৰোত্তম।
পৰম গহন পণ্ডিত শঙ্কৰ
কোনে হৈবা তান সম॥
দুই ষড় গুণ বিপ্ৰত থাকয়
নিত্য কৰ্ম্ম পাত নহে।
তাতো কৰি জানা ভকতেসে শ্ৰেষ্ঠ
ভাগৱত শাস্ত্ৰে কহে॥ ২৭৩
ৰত্নাকৰ কণ্ড লিয়ে মাতিলন্ত
সবাৰে মুখক চাই।
শঙ্কৰক যেবে বাদে নাপাৰাহা
শুনিয়োে কহোঁ উপাই॥
ভকতক দেখি কৰিবো বিতণ্ডা
বুলি বহু নিন্দা বাক।
আমি বহু বিপ্ৰ একলা শঙ্কৰ
কৰিবে কিবা আমাক॥ ২৭৪
নিন্দা অসূয়া বিস্তৰ কৰন্তে
আপুনি এড়িবে ধৰ্ম্ম।
হেন শুনি সবে বোলে ভাল বুদ্ধি
কৰিবোঁহো এহি কৰ্ম্ম॥

তথাপিতো যদি নেড়য় ভকতি
কৰিবোঁ আন উপাই।
এহি বুলি সৱে গৈলা ঘৰাঘৰি
কাৰো মন স্বস্থ নাই॥ ২৭৫
ভক্তে মালা ধৰি নাম লৈয়া ফুৰে
ব্ৰাহ্মণে লাগ নেপাই।
আৰে ভকতীয়া বুলিয়া নিন্দয়
ক্ৰোধ কৰি মুখ চাই॥
ই পন্থে আমাৰ নাসিবি ভক্তিয়া
বুলিয়া বিস্তৰ গৰ্জ্জে।
মালা কাঢ়ি নিয়া বিতণ্ডা কৰিয়া
আড়ে কুকুৰৰ লাঞ্জে॥ ২৭৬
পণ্ডিত ব্ৰাহ্মণে ভকতক পাই
অন্যাই কৰে বিস্তৰ।
উলটি ভকত গৃহক আসয়
ডৰত নেদি উত্তৰ॥
শঙ্কৰৰ পাৱে নমস্কাৰ কৰি
ভকতে কহে কথাক।
পথত যাইবাক নপাৰি ব্ৰাহ্মণে
কদৰ্থি মাৰে আমাক॥ ২৭৭

কুকুৰৰ লাঞ্জে মালাক আড়য়
হাতৰ লৈ যাই কাঢ়ি।
উপালম্ভ কৰি বিস্তৰ হাঁসই
পণ্ডিত ব্ৰাহ্মণে বেঢ়ি॥
ভকতৰ দুখ দেখিয়া শঙ্কৰ
ক্ৰোধে বুলিলন্ত বাক।
তোমাসাক নিন্দা নকৰে ব্ৰাহ্মণে
কৰয় নিন্দা আমাক॥ ২৭৮
ভক্ত দুই জন যাহা এতিক্ষণ
বহা গৈয়া ব্ৰাহ্মণত।
কালি বুঢ়াখাঁৰ দপ্‌দ্বাৰে যাইবো
চলোক মোৰ লগত॥
ভকতিক যেবে ৰাখিবে নপাৰোঁ
কৰিয়া শাস্ত্ৰ বিচাৰ।
বোলো ডৰ কৰি সভাৰ মধ্যত
তেজিবো মান আমাৰ॥ ২৭৯
ভকতিক যেবে ৰাখিবে নপাৰে
দেখোক মোহোৰ কাৰ্য্য।
দেখিবেক লোকে সভাৰ মধ্যত
পণ্ডিতে পাইবেক লাজ॥

দুয়োজনে গৈয়া বিপ্রৰ আগত
কহিলন্ত এহি কথা ।
পণ্ডিত সকলে বসি আলোচন্ত
কৰিবো কোন বেৱস্থা ॥ ২৭৯(ক)
ৰত্নাকৰ কন্দ লিয়ে বুলিলন্ত
কেহো নকৰিবা ডৰ ।
আমি বহু বিপ্র সবেয়ো বন্ধিবো
একলা মাত্র শঙ্কৰ ॥ ২৮০
অন্যো অন্যে বাদ কক্ষাক তুলিবোঁ
নপৰিবে একো সীমা ।
শঙ্কৰো উঠিয়া গৃহক যাইবেক
দেখিবা কালিমহিমা ॥
ভট্টাচার্য্য আদি পণ্ডিত সকল
খাঁৰৰ পাশে গৈলন্ত ।
আশীৰ্ব্বাদ কৰি সভাৰ মধ্যত
এক পাশে বসিলন্ত ॥ ২৮১
মাধৱক মাতি শঙ্কৰে কহিলা
শুনিয়োক যেন কাজ ।
পণ্ডিতৰ লগে বাদ কৰিবাক
যাইবোঁহো ৰাজ সমাজ ॥

সমজ্যাক যাইবোঁ ভকতি ৰাখিবোঁ
দেখোক মোৰ মহত্ত।
হাতে মালা ধৰি সাজ হুয়ো সবে
আছাহা যত্ত ভকত॥ ২৮২
শঙ্কৰো গৈলন্ত সমজ্যাক লাগি
মাধৱো গৈলা লগত।
ৰাম ৰাম গুৰু ৰাম ৰাই আদি
গৈলন্ত সবে ভকত॥
কেতেথাঁৰ বাপ নামত বুড়াথাঁ
শঙ্কৰক দেখিলন্ত।
সাদৰে কম্বল দিয়াইলা বসিবে
তাতে গৈয়া বসিলন্ত॥ ২৮৩
বিপ্ৰ সকলৰ দুশ্চেষ্টা শুনিয়া
আছয় লোক সমস্ত।
শঙ্কৰৰ লগে কিবা বাদ কৰে
শুনিবে ৰঙ্গ মনত॥
সভাত বসিয়া আছন্ত শঙ্কৰ
গুণন্ত মনত কাজ।
কক্ষা ভঙ্গ ভৈলে সভাৰ মধ্যত
পণ্ডিতে পাইবেক লাজ॥ ২৮৪

ব্ৰাহ্মণ সবাক দ্বেষ্য কৰিবাক
আমাৰ নুহি উচিত।
কৃষ্ণৰ ভকতি পন্থক বিপ্ৰৰ
মুখতে কৰোঁ বিদিত॥
ৰত্নাকৰ কন্দ লিক চাহি পাচে
শঙ্কৰে পুছিলা কথা।
এক কাৰ্য্য গুৰু পুছোঁহো তোমাত
কহিয়ো আৰ বেৱস্থা॥ ২৮৫
শঙ্কৰে পুছিলে কন্দলিৰ মনে
হৰিষ মিলিলা আতি।
কোনবা পোচন্ত পুছিয়োক তেবে
কহিবোঁ তাৰ যুগুতি॥
শঙ্কৰে বোলন্ত ধেনু এক প্ৰায়
শ্চিত্ত আছে পুৰুষত।
প্ৰায়শ্চিত্ত নক ৰিলে কৰিবাক
পাৰয় কৰ্ম্ম সমস্ত॥ ২৮৬
কিবা কৰিবাক নপাৰে কহিবা
তোৰা সবে শ্ৰুতিকৰ।
শুনিয়া কন্দলি মনত হৰিষে
কৌতুকে দিলা উত্তৰ॥

অহোৰাত্ৰ উপ বাস দিয়া সিটো
প্ৰায়শ্চিত্ত কৰিবেক।
পাচে পিতৃকৰ্ম্ম কৰিবে মনুৰ
বচন আছে প্ৰত্যেক ॥ ২৮৭
পুনৰপি পাচে পুছিলা শঙ্কৰে
কন্দলিত ৰঙ্গমনে।
প্ৰায়শ্চিত্তো আছে স্নান নৈয়ো কৰে
কোন এক মুঢ়জনে ॥
কৃষ্ণৰ নামক কীৰ্ত্তন কৰিতে
পাৰে কিবা নপাৰয়।
অকপট কৰি কহিবাহা গুৰু
শাস্ত্ৰত যেন আছয় ॥ ২৮৮
শুনি ৰত্নাকৰ কন্দলিৰ মনে
পৰম হৰিষ ভৈলা।
কৃষ্ণৰ নামৰ কীৰ্ত্তন মহিমা
কহিবে ৰঙ্গে লাগিলা ॥
শুনিয়ো শঙ্কৰ কৃষ্ণৰ নামৰ
মহিমাৰ নাহি অন্ত।
জাতি অন্তজাতি পৰম পাতেকি
নামে একো নবাচন্ত ॥ ২৮৯

পৰম পভিতো নামৰ কীৰ্ত্তনে
কৰৈ যদি অনিচ্ছাত।
যতেক পাতেক আছয় তাহাৰ
দহয় নামে সাক্ষাত॥
ব্ৰাহ্মণক আদি চাণ্ডাল পৰ্য্যন্তে
সমস্তৰে অধিকাৰ।
কলিযুগে হৰি কীৰ্ত্তন বিনাই
ধৰ্ম্ম নাহি নাহি আৰ॥ ২৯০
যত তীৰ্থ আছে সমস্তে কৰোক
পঢ়য় আগম শাস্ত্ৰ।
হৰিনাম বিনা মৃত্যু নতৰয়
বেদে কহে পৰমাৰ্থ॥
সত্যযুগে ধ্যান ত্ৰেতাযুগে যজ্ঞ
দ্বাপৰত পূজা কৰে।
কলিত কীৰ্ত্তন কৰি অনায়াসে
পাপীয়ো সংসাৰ তৰে॥ ২৯১
এহি কথা কহি কন্দলি হৰিষে
নমাতি যেবে আছন্ত।
সভাৰ মধ্যত বিয়াশ কালই
ততকালে উঠিলন্ত॥

উৰ্দ্ধবাহু কৰি　　　বোলন্ত শুনিয়ো
সভাসদ লোক যত।
ৰত্নাকৰ কন্দ　　　লিয়ে কহিলন্ত
শাস্ত্ৰৰ পৰম তত্ত্ব॥ ২৯২
কলিযুগে হৰি　　　নামত বিনাই
ধৰ্ম্ম নাহি নাহি আৰ।
এহি তত্ব জানি　　　সমজ্যাৰ লোকে
হৰি বোলা বাৰম্বাৰ॥
সভাৰ মধ্যত　　　ফুৰি ফুৰি হৰি
বোলন্তে লোকক চাই।
মুহূৰ্ত্তেক মানে　　　হৰি ধ্বনি কৰে
স্বৰ্গলোক পাইলে যাই॥ ২৯৩
শঙ্কৰৰ মত　　　ৰহিল সমস্ত
লোকো জানিলেক সাৰ।
হৰি নাম বিনে　　　ধৰ্ম্ম নাহি জানি
হৰি বোলা বাৰম্বাৰ॥
অমৃত সমান　　　কৃষ্ণৰ নামক
গাৱন্তে শুনন্তে সুখ।
সজ্জনৰ মনে　　　পৰম সন্তুষ্ট
দুৰ্জ্জনৰ মনে দুখ॥ ২৯৪

শুনিয়োক সৰ্ব্বজন কৃষ্ণপাৱে দিয়া মন
শঙ্কৰ চৰিত্ৰ মনোহৰ।
শুনন্তে অমৃত সম সম্যকে পাপৰ যম
কৰ্ণমন দুইৰো ৰুচিকৰ॥
বিষ্ণুবৈষ্ণবৰ যিটো প্ৰসঙ্গক নুশুনয়
সিটো মহা পাতেকি পৰম।
নাহিক সংশয় আত জানিয়া নিশ্চয় তত্ব
হুইবেক তাহাৰ স্বামী যম॥ ২৯৫
কলিমল সাগৰত তল গৈলা লোক যত
শ্ৰীমন্ত শঙ্কৰে জানিলন্ত।
কৃষ্ণে সমে নাম ধৰ্ম্ম লোকত প্ৰকাশ কৰি
সমস্তে লোককে তাৰিলন্ত॥
হৰিভক্তি দান কৰি সমস্তে লোককে ইটো
তাৰিলা সংসাৰ ঘোৰ সিন্ধু।
হেনয় শঙ্কৰ বিনে কলিৰ লোকৰ আৰ
নাই নাই নাই আন বন্ধু॥ ২৯৬
হে প্ৰাণ বন্ধু কৃষ্ণ দৈবকীনন্দন দেৱ
মঞি মূঢ়মতি জ্ঞানশূন্য।
ই জন্মতো ধৰ্ম্ম একো সাঞ্চিবাকো নপাৰিলোঁ
বঞ্চিলোঁহো জন্মান্তৰি পুণ্য॥

চক্ষু কৰ্ণ নাক মুখ জিহ্বা মন হস্ত আদি
যত ইন্দ্রি আছে শৰীৰত।
মিত্র গুচি শত্রু ভৈল বাঁটোৱাৰি হুয়া মোৰ
ধৰ্ম্ম বিত্ত হৰিলে সমস্ত ॥ ২৯৭
জ্ঞান ভকতিৰ মোৰ কিঞ্চিতেকো নাহি প্রভু
পৰম দুৰ্ব্বোধ দুৰ্ব্বিনয়।
পৰম দুখীত আমি তুমি কৃপাময় স্বামী
এহি কৃপা কৰা কৃপাময় ॥
তজু ভকতৰ সঙ্গ জন্মে জন্মে নুগুচোক
বচনে নেড়োক তজু নাম।
তেবেসে সংসাৰ সুখে তৰিবো ঘুষিয়ো মুখে
নিৰন্তৰ নৰে ৰাম ৰাম ॥ ২৯৮

—০—

শুনিয়োক কথা আৰো আত অনন্তৰ
যি কাৰণে ইটো ৰাজ্যে আসিলা শঙ্কৰ ॥
নাৰায়ণ নামে ভক্ত বিদিত জগতে।
তেহো শঙ্কৰক লাগ পাইলা যেন মতে ॥ ২৯৯
সি সব কথাক আবে শুনিয়ো সম্প্রতি।
সভামধ্যে বেক্ত কৰি হৰিৰ ভকতি ॥

পৰম হৰিষে ঘৰে আসিলা শঙ্কৰ ।
গীতত ৰসিক এক ব্ৰাহ্মণ ভাস্কৰ ॥ ৩০০
শঙ্কৰৰ কৃত্য গীত গাইলন্ত সভাত ।
পৰম বৈৰাগ্য ভৈল বিপ্ৰৰ মনত ॥
সবে তেজি কৃষ্ণপাৱে লৈলন্ত শৰণ ।
পৰম হৰিষ ভৈল শঙ্কৰৰ মন ॥ ৩০১
শঙ্কৰত পাচে বিপ্ৰে বিদাই কৰিলা ।
জগন্নাথ দৰশনে ক্ষেত্ৰে চলি গৈলা ॥
সণ্টৰা বিলাইতে নদী তীৰে ৰহিলন্ত ।
নাৰায়ণ সমে দুয়ো একত্ৰ ভৈলন্ত ॥ ৩০২
নাৰায়ণ দাসে কিনাৱিকা কৰিলন্ত ।
নাৱ বান্ধি সেহি ঘাটে ৰহিয়া আছন্ত ।
প্ৰভাতে উঠিয়া ঘাটে স্নানিতে গৈলন্ত ।
কাখৰত বসিয়া ভাস্কৰে চাহিছন্ত ॥ ৩০৩
পাট ফোতা পিন্ধি তৈল ঘঁসিয়া গাৱত ।
ৰূপাৰ বলয়া পিন্ধি আছন্ত হাতত ॥
বাখৰুৱা আঙ্গুঠিক দেখন্তে হৰিষ ।
গৌৰাঙ্গ শৰীৰ ৰাজকুমাৰ সদৃশ ॥ ৩০৪
ভুনিব নিশ্চয় ফোতা পিন্ধিয়া আছন্ত ।
জলত নামিয়া যাই স্নান কৰিলন্ত ॥

সূৰ্য্যক চাহিয়া মৌনে মন্ত্ৰক জপিলা।
দক্ষিণক মুখে জলাঞ্জলিক কৰিলা॥ ৩০৫
ভাস্কৰে জলত নামি স্নান কৰিলন্ত।
কৃষ্ণ বুলি বুৰ দিয়া শীঘ্ৰে উঠিলন্ত॥
স্নান কৰি ভাস্কৰে চাহিছা মন তুষ্টি।
নাৰায়ণো আসিলা জপৰ পৰা উঠি॥ ৩০৬
ব্ৰাহ্মণৰ ঠান দেখি নাহি নব্ৰগুণ।
শূদ্ৰ হেন মনে জানি বুলিলা বচন॥
কিবা নাম তুমি কোন গ্ৰামত থাকিয়।
কিবা জাপ্য জপিলাহা কহিয়ো নিশ্চয়॥ ৩০৭
নাৰায়ণে কহিলন্ত বিপ্ৰৰ আগত।
ভব্ৰানন্দ নাম থাকোঁ বড় নগৰত॥
কিনাবিকা কৰি ফুৰোঁ যেন সদাগৰ।
শুনিয়া মাতিলা পাচে ব্ৰাহ্মণ ভাস্কৰ॥ ৩০৮
কলিত নাহিকে বেদধৰ্ম্মৰ আচাৰ।
শূদ্ৰৰ আছয় কোন মন্ত্ৰে অধিকাৰ॥
কৰিলেক কলি সৰ্ব্ব ধৰ্ম্মকে দূষিত।
ভৈল একাকাৰ সবে পাপতেসে চিত॥ ৩০৯
আছন্ত শঙ্কৰ কৃষ্ণ অংশ অব্ৰতাৰ।
পদবন্ধে ভাগব্ৰত কৰিলা প্ৰচাৰ॥

কৃষ্ণৰ ভকতি পন্থ কৰিলা বেকত।
নামব কীৰ্ত্তন কৰি তৰয় জগত॥ ৩১০
শুনি নাৰায়ণে পাচে বিপ্রত পুছিলা।
কিবা প্রয়োজনে তুমি ইঠাইক আসিলা॥
শঙ্কৰ আছন্ত কৈত মোত কহিয়োক।
ভাস্কৰে বোলন্ত ভবানন্দ শুনিয়োক॥ ৩১১
শঙ্কৰত বিদাই কৰিয়া আসিলঞো।
থাকিয়োক তুমি আমি ক্ষেত্রে চলি যাঞো॥
জগন্নাথ দেখিবাক বৰ বাঞ্চা মনে।
হেন শুনি পাচে মাতিলন্ত নাৰায়ণে॥ ৩১২
এতিক্ষণে মঞি চলি যাঞো তজু সঙ্গে।
জগন্নাথ দৰশন হৈবোঁ মহাৰঙ্গে॥
ভাস্কৰে বোলন্ত ভৱানন্দ শুনিয়োক।
মাত্রা জগন্নাথ শঙ্কৰক দেখিয়োক॥ ৩১৩
শুনি নাৰায়ণে পাচে বুলিলা বচন।
মাতা জগন্নাথ এড়ি আইলা কি কাৰণ॥
ভাস্কৰে বোলন্ত ভৱানন্দ শুনিয়োক।
তাহান মায়ায়ে জানা মুহিলেক মোক॥ ৩১৪
শঙ্কৰক এড়িয়া আসিলোঁ সি কাৰণে।
শীঘ্র চলি যায়ো তুমি মোহোৰ বচনে॥

বড় নগৰৰ হন্তে পৰিকৰ আনি।
নামাগ্ৰামে থইয়া যায়োক মহামানি॥ ৩১৫
নাৱে চলি সি ৰাজ্যৰ ধুঞঠাক পাইবা।
শঙ্কৰক দেখি বাক্য সম্প্ৰত্যয় যাইবা॥
এহি বুলি ভাস্কৰ পশ্চিমে লড়ি গৈলা।
নাৰায়ণো নাৱে চড়ি নগৰে আসিলা॥ ৩১৬
শঙ্কৰৰ কথা শুনি মনত হৰিষ।
দেখিবাক মনে খেদ কৰে অহর্নিশ॥
পঞ্চকখি ভাঠি আছে গ্ৰাম হালধীয়া।
পৰিকৰ আনি থৈলা তথাতে নমায়া॥ ৩১৭
যত দ্ৰব্য আছে আনি নাৱে ভৰা দিলা।
চই ঘৰা দিয়া তান তলত বসিলা॥
মহাকালিৰাম ভৈলা গোড়ৰ কণ্ডাৰি।
আগে পাচে বৈঠা বাই ধাই জল চাড়ি॥ ৩১৮
বাৰাদিৰ সমীপক পাইলন্ত উজাই।
তিনিখান নাৱ আসে নদী ভাঠিয়াই॥
শঙ্কৰ দেৱৰ গীত পৰম হৰিষে।
ভণিতায়ে সমে গাইল নাৱৰ মানুষে॥ ৩১৯
শঙ্কৰ দেৱৰ ভণিতাক শুনিলন্ত।
নাৱ ৰাখি নাৰায়ণে বাৰ্ত্তা পুছিলন্ত॥

যাহাৰ ভণিতা তুমি গাইলাহা গীতত।
কৈত বা আছন্ত কথা কৈয়ো স্বৰূপত॥ ৩২০
কি কাৰ্য্যে সুধিলা বুলি তাৰা পুছিলন্ত।
দেখিবাকে যাঞো নাৰাযণে বুলিলন্ত॥
নাৱৰ গোড়ত থিয়া দিয়া দেখাইলন্ত।
দেখিয়োক বৃক্ষ তথা শঙ্কৰ আছন্ত॥ ৩২১
চূণ পোড়া নামে বৃক্ষ প্ৰসিদ্ধ লোকত।
আছন্ত শঙ্কৰ ৰহি তাহাৰ গোড়ত॥
হেন বাৰ্ত্তা মোৰ নাৰায়ণে শুনিলন্ত।
আকাশৰ চন্দ্ৰ যেন হাততে পাইলন্ত॥ ৩২২
তাসম্বাৰ লাগ ধৰি পাচতে আসিলা।
যানে সুমাই বৰপেটা বিলত ওহ্লাইলা॥
বৃক্ষৰ ঘাটত নিযা নাৱ চম্পাইলন্ত।
নাৰায়ণে তেখনে নাৱৰ উঠিলন্ত॥ ৩২৩
এক পুৰা মুগকলাই লৈলন্ত কান্ধত।
শঙ্কৰ দেৱক উঠি দেখিলা সাম্প্ৰত॥
খৰমত ভৰি দিয়া থিয় দি আছন্ত।
পশ্চিমক মূখ দিয়া বন কটাৱন্ত॥ ৩২৪
হাতত সস্ফুৰা লৈয়া তাম্বুল ভুঞ্জন্ত।
লগৰ মনুষ্যে যাই বাৰ্ত্তা কহিলন্ত॥

উত্তম মনুষ্য গুটি আসিছা দেখিতে।
শুনিয়া শঙ্কৰে ফিৰি দেখিলা লগতে॥ ৩২৫
শঙ্কৰ দেৱৰ মুখ দেখি ভৱানন্দ।
সিহঁৰিল সৰ্ব্ব গাৱ লভিলা আনন্দ॥
কান্ধৰ নমাই মুগ মাটিন্ত থৈলন্ত।
চৰণত পৰি নমস্কাৰ কৰিলন্ত॥ ৩২৬
নাৰায়ণ স্মৰি বাক্য বুলিলা শঙ্কৰ।
ইয়ো ৰাজ্যে কুঠিয়া আছয় ভকতৰ॥
অত্যন্ত সুন্দৰ দেহা শঙ্কৰে দেখিলা।
বয়সতো অল্প দেখি সাদৰি পুছিলা॥ ৩২৭
কিবা নাম কহিয়োক শুনিবে আনন্দ।
কহিলন্ত পিতৃদত্ত নাম ভৱানন্দ॥
শঙ্কৰে হৰিষে পাচে বুলিলা বচন।
মঞো তোমাঠৰ নাম থৈলোঁ নাৰায়ণ॥ ৩২৮
অকস্মাত নাৰায়ণ শব্দ আসি ভৈলা।
এতেকে তোমাৰ নাম নাৰায়ণ থৈলা॥
পুনু নাৰায়ণে নমস্কাৰ কৰিলন্ত।
অনন্তৰে শঙ্কৰে আসনে বসিলন্ত॥ ৩২৯
নাৰায়ণো বসিলন্ত পুছিলা শঙ্কৰ।
ইটো ৰাজ্যে উত্তম আছয় কোন নৰ॥

নাৰায়ণে কহিলন্ত চৰণত সেবি।
আছে এক জন জানা পীতাম্বৰ কবি॥ ৩৩০
শঙ্কৰে বোলন্ত কেন কবিতা কৰয়।
গাৱা নাৰায়ণ শুনো গীতৰ অন্বয়॥
শুনি নাৰায়ণে পাচে স্থমৰি মনত।
কবিকৃত গীত গান্ত শঙ্কৰ আগত॥ ৩৩১
বিলাপ কৰিযা কান্দে দেবী যে ৰুক্মিণী।
কোন অঙ্গে খুন দেখিলা সাৰঙ্গপাণি॥
আৰ গাইবে নেদিলা শঙ্কৰ মহামতি।
জানিলোঁহো নাৰায়ণ সিটো অল্পমতি॥ ৩৩২
গীততে জানিলোঁ কামবশ্য সিটোজন।
আন কোন আছে কহিযোক নাৰায়ণ॥
শুনি নাৰায়ণে পাচে বুলিলা বচন।
আছয় চক্ৰিয়া মাঝি নামে একজন॥ ৩৩৩
পানীশালা-অন্নদান লোকক কৰয়।
শঙ্কৰে বোলন্ত ইটো গৃহস্থৰ নয়॥
হেন শুনি পাচে নাৰায়ণে মাতিলন্ত।
বড়নদী পৰা জানো কমতা পৰ্য্যন্ত॥ ৩৩৪
জয়ন্তি গ্ৰামত আছে মাধৱ বিশেষ।
তোমাঠেক পাইলে তেহেঁা লৈবা উপদেশ॥

তাত বিনে আৰ নেদেখোঁহো আৰ জন।
শুনিয়া শঙ্কৰে পাচে বুলিলা বচন।৷ ৩৩৫
তুমি যাক ভাল বোলা হৈবে সিটো ভাল।
হঞো দেখাদেখি তাক আনিয়ো সকাল॥
নাৰায়ণে পুছিলন্ত শঙ্কৰ দেৱত।
তোমাঠৈৰ ৰাজ্যে আছে কতেক ভকত॥ ৩৩৬
কাৰ কিবা নাম আনি আছা তজু সঙ্গে।
কহিয়োক শুনো বাপ আতি মনৰঙ্গে॥
শঙ্কৰে বোলন্ত শুনা কৰিয়া উৎসব।
ৰাম ৰাম গুৰু আৰো আছন্ত মাধৱ॥ ৩৩৭
বুঢ়া দৈবজ্ঞ আৰো হৰিদাস বনিয়া।
জানিবা নিশ্চয় তাৰা সবে শুদ্ধ হিয়া॥
বহুত দূৰৰো পৰা খেদিয়া আসয়।
সভাত বসিয়া হৰিকথাক শুনয়॥ ৩৩৮
এক দুই সেৱ ৰূপ বয়কো কৰয়।
নপাৰে কৰিতে তভো মনক নিশ্চয়॥
বিশ্বাস কৰিতে নপাৰয় একোজন।
হেন শুনি পাচে মাতিলন্ত নাৰায়ণ॥ ৩৩৯
প্ৰথমে যাহাৰ লেখা দিলা তুমি মোক।
মঞি এক জন বাপ লেখিয়া লৈয়োক॥

এহি হৌক বুলি পাচে মাতিলা শঙ্কৰ।
জনো নাৰায়ণ তুমি মহা প্ৰিয়তৰ॥ ৩৪০
তাৰা সবে যেন মোৰ তুমিয়ো তেহ্নয়।
শুনি নাৰায়ণে কৰে আনন্দ হৃদয়॥
পৰম হৰিষ ভৈলা ৰোমাঞ্চিত গাৱ।
প্ৰণাম কৰিলা পৰি শঙ্কৰৰ পাৱ॥ ৩৪১
উঠি কৰজোৰে নাৰায়ণ নিগদতি।
তোমাঠৈৰ পূৰ্ব্ব কথা কহিয়ো সম্প্ৰতি॥
বংশাৱলী কথা বাপ কহিয়ো নিশেষ।
আতি পূৰ্ব্বে তোমাঠৈৰ কোন ৰাজ্য দেশ॥ ৩৪২
শুনিবে উৎসুক বাপ কৈয়ো নিৰন্তৰ।
শুনিয়া হৰিষে পাচে বুলিলা শঙ্কৰ॥
পিতামহ বৰ্গে কথা কহিছা সমস্ত।
আতি পূৰ্ব্বে আছিলন্ত কনৌজ পুৰত॥ ৩৪৩
আছন্ত কমতেশ্বৰ কমতা নগৰে।
গোড়েশ্বৰ সমে মিত্ৰবৃত্তি দুহান্তৰ॥
দশ ঘৰ ব্ৰাহ্মণ কায়স্থ দশ ঘৰ।
গোড়েশ্বৰ পাশে খুজিলন্ত কামেশ্বৰ॥ ৩৪৪
শুনি গোড়েশ্বৰ আতি আনন্দ লভিলা।
কায়স্থে ব্ৰাহ্মণে চৈধ্য ঘৰ আনি দিলা॥

নামে লণ্ডাদেৱ শ্ৰেষ্ঠ ভূঞাতে প্ৰধান।
গোড়েশ্বৰে মাতি তাক দিলা সমিধান॥ ৩৪৫
মিত্ৰৰ কাৰণে দেঞো তোৰাক পঠাই।
বৎসৰ অন্তৰে আসি যাইবা মোৰ ঠাই॥
লণ্ডাদেৱৰ তেহে হোন্ত পুৰোহিত।
লগতে আসিছা নাম কৃষ্ণ যে পণ্ডিত॥ ৩৪৬
কমতেশ্বৰৰ দেখি হৰিষ মিলিলা।
ভাল গ্ৰামে বসিয়োক বুলি পঠাই দিলা॥
বৰ সৰু কতো যে গ্ৰামক এড়াইলা।
লেঙ্গা মাগুৰা গ্ৰামত তথাতে বসিলা॥ ৩৪৭
যাৰ যৈতে মন তৈতে বসিলেক যাই।
পুৰোহিত যজমান ৰৈলা একেঠাই॥
চণ্ডিবৰ নাম তেন্তে লণ্ডাদেৱ সুত।
লগতে আসিছা বৰ পণ্ডিত অদ্ভুত॥ ৩৪৮
ভৈলন্ত প্ৰসিদ্ধ ভূঞা বহু লোকপাল।
লগতে উঠয় যাৰ আশি খান ঢাল॥
ধনুৰ্দ্ধৰ পাইক সবে খাটে বহুতৰ।
গোড়েশ্বৰ পাশক নযাই চণ্ডিবৰ॥ ৩৪৯
নযাইবাৰ দেখি গোড়েশ্বৰে ক্ৰোধ কৰি।
মিত্ৰ কৰিবাক ছলে নিলে তাঙ্ক ধৰি॥

বন্দী কৰি কাৰাগৃহে যত্নে ৰাখি থৈল।
শুনা নাৰায়ণ পাচে যেন কথা ভৈল ॥ ৩৫০
নদিয়াৰ হন্তে এক আসিল পণ্ডিত।
বলধে পুস্তক বহে যাহাৰ সন্নিত ॥
আৰো দিনা পণ্ডিত সভাত বসিলন্ত।
গোড়েশ্বৰ আগত বচন বুলিলন্ত ॥ ৩৫১
গোড়েশ্বৰ নৃপতিক বুলিলা সাদৰি।
বাদ কৰোঁ পণ্ডিতক দিয়ো ৰাজ কৰি ॥
গোড়েশ্বৰে যত যত পণ্ডিত দিলন্ত।
নদিযাৰ পণ্ডিত সবাকে জিনিলন্ত ॥ ৩৫২
বাদ কৰি বাস ঘৰে আসন্ত পণ্ডিত।
চণ্ডিবৰে বন্দিতে বুলিলা শঙ্কৰত ॥
বন্দীশালে তোমাৰ আছয এক জন।
তাৰ লগে বাদ কৰিবাক মোৰ মন ॥ ৩৫৩
ৰখিয়াৰ মুখত শুনিলোঁ নৰেশ্বৰ।
বন্দীশালে পণ্ডিত আছয় চণ্ডিবৰ ॥
শুনি গোড়েশ্বৰে ততকালে নিয়াইলন্ত।
নাপিতক মাতি দাড়ি নখ কটাইলন্ত ॥ ৩৫৪
স্নান কৰাই পাটবস্ত্ৰ দিলা পিন্ধিবাক।
বসিলা সভাত আসি বাদ কৰিবাক ॥

দুইকো দুয়ো সম্ভাষিয়া গ্ৰামক পুছিলা।
নামত পতনিপুৰ পণ্ডিতে কহিলা॥ ৩৫৫
হেন শুনি উত্তৰ দিলন্ত চণ্ডিবৰ।
গোগৰিয়া নামে জানা আমাৰ নগৰ॥
হাসিয়া পণ্ডিতে পাচে বুলিলন্ত বাণী।
উত্তম কহিলা তুমি গ্ৰামৰ কাহিনী॥ ৩৫৬
একে গৰু নাম আৰো গৰিয়া অধম।
আমাৰ পতনিপুৰ নগৰো উত্তম॥
চণ্ডিবৰে বোলন্ত অন্নৰ যে পতনি।
গৰুৰ গোবৰে শুদ্ধ কৰে সবে প্ৰাণী॥ ৩৫৭
এহি শুনি সবে লোকে লাগিল হাঁসিত।
সামান্য জোৰাতে তুচ্ছ ভৈলন্ত পণ্ডিত॥
দুৰ্লভ নাৰায়ণ মহা হৰিষ লভিলা।
চণ্ডিবৰক দেবিদাস নাম দিইলা॥ ৩৫৮
বহু মান্য কৰি দিলা বস্ত্ৰ অলঙ্কাৰ।
দিলন্ত বিদাই প্ৰশংসিয়া বাৰে বাৰ॥
ধ্যানত আসিয়া দেবী হোৱন্ত সাক্ষাত।
দেবিদাস নাম ভৈলা জগত প্ৰখ্যাত॥ ৩৫৯
ব্ৰহ্মপুত্ৰে উজাই নিজ গ্ৰামক পাইলন্ত।
বন্ধুগণে দেখি মহা হৰিষ ভৈলন্ত॥

তেম্বৱনি বঙ্কে বৰদোৱা গ্ৰামে যাই।
ৰহিলন্ত তথা আনন্দৰ সীমা নাই॥ ৩৬০
তাহান তনয় পাচে ভৈলা ৰাজধৰ।
যাৰ যশে খ্যাতি ভৈলা কায়স্থ বংশৰ॥
ৰাজধৰ তনয় ভৈলন্ত চাৰিজন।
সূৰ্য্যবৰ হলায় জয়ন্ত শোভন॥ ৩৬১
মাধৱে সহিতে চাৰি ভাই সহোদৰ।
চাৰিৰ মধ্যত জ্যেষ্ঠ নাম সূৰ্য্যবৰ॥
ৰতিকান্ত দলৈ ভৈলা পুত্ৰ মাধৱৰ।
শুনা নাৰায়ণ বংশাৱলা জয়ন্তৰ॥ ৩৬২
জয়ন্তৰ পুত্ৰ সতানন্দ শুভানয়।
ভৈলন্ত জগতানন্দ তাহান তনয়॥
আসামৰ ৰাজা ৰাম ৰায় নাম দিলা।
আমাৰে লগতে ইটো ৰাজ্যক আসিলা॥ ৩৬৩
সূৰ্য্যবৰৰ পুত্ৰ পাচে কুসুম ভৈলন্ত।
ধনে ধান্যে সবাতে অধিক মান্যৱন্ত॥
শিৰোমণি ভূঞা ভৈলা ভূঞাৰ উপৰি।
আমাৰ হোৱন্ত পিতা জানা নিষ্ট কৰি॥ ৩৬৪
পুছিলন্ত নাৰায়ণে কৰি প্ৰণিপাত।
কৃষ্ণ পণ্ডিতৰ বংশ কহিয়ো আমাত॥

নাৰায়ণ আগে কথা কহন্ত শঙ্কৰ।
কৃষ্ণ পণ্ডিতৰ পুত্ৰ ভৈলা জাগেশ্বৰ॥ ৩৬৫
জাগেশ্বৰ পুত্ৰ ভৈলা নৰোত্তম নাম।
তাহান তনয় মৃত্যুঞ্জয় অনুপাম॥
চতুৰ্ভুজ নাম ভৈলা তাহান তনয়।
তান পুত্ৰ ৰাম ৰাম গুৰু মহাশয়॥ ৩৬৬
আমাৰ লগতে আসি আছা মহাশয়।
কৃষ্ণৰ চৰণে একান্তে ভকতি কৰয়॥
নাহিকে ভকত আৰ ৰাম ৰাম সৰি।
ৰাম কীৰ্ত্তনত ৰতি মহা প্ৰেমধাৰী॥ ৩৬৭
যি কথা পুছিলা সবে কহিলোঁ তোমাত।
শুনি নাৰায়ণে কৰিলন্ত প্ৰণিপাত॥
নমস্কাৰ কৰি পুনু কথাক পুছিলা।
কি কাৰণে বাপ ইটো ৰাজ্যক আসিলা॥ ৩৬৮
আমাক কৃপায়ে জানো আসিলা আপুনি।
শঙ্কৰে সিদ্ধান্ত পাচে দিলা মনে গুণি॥
বাৰভূঞা আছে লণ্ডাদেৱ মুখ্য কৰি।
অনুক্ৰমে ভুঞ্জে কামৰূপ বসুন্ধৰী॥ ৩৬৯
গোড়েশ্বৰ পাশে খাটে ভূঞা নিৰন্তৰ।
বিশ্বসিংহ নামে পাচে ভৈলা নৰেশ্বৰ॥

মহেশ্বৰ বংশে ৰাজা ভৈলা চিকিনাত ।
আপুনি বৰিল আসি প্ৰজা অসংখ্যাত ॥ ৩৭০
বাউসীয়া ৰায়কে গন্ধৰ্ব্ব ৰাই বোলে ।
বিশ্বসিংহে তাকে বশ্য কৰিলেক বলে ॥
ঢকুৰাৰ ৰাৰু চাউৰ খাওা চমৎকাৰ ।
আপুনি বৰয় যুদ্ধ কৰি পৰিহাৰ ॥ ৩৭১
শীৰিৰামথাঁকো ছলযুদ্ধে জিনিলেক ।
আনো ভূঞা সমস্তকো বশ্য কৰিলেক ॥
প্ৰতাপ ৰাই গাভুৰ্খা মহা ভয় ভৈলা ।
দক্ষিণকূলে সজল গ্ৰামে পলাই ৰৈলা ॥ ৩৭২
যত লোক পাইলা লগে লৈলেক কোবাই ।
গোড়েশ্বৰ পাশে দুয়ো মিলিলেক যাই ॥
ৰাজা গোড়েশ্বৰে পাট ৰখিয়া দিলন্ত ।
বৈৰী মাৰিবাক প্ৰতি পশ্চিমে গৈলন্ত ॥ ৩৭৩
শূন্য পাট দেখি গোৰ মাৰিলেক যাই ।
ভয়ে কামৰূপে দুয়ো আসিল পলাই ॥
প্ৰতাপ ৰাই বোলে যাঞা আসামৰ ৰাজ ।
গাভুৰ্খা বোলন্ত খুড়া তৈতো নাহি কাজ ॥ ৩৭৪
বিশ্বসিংহ পুত্ৰ আছা নৰনাৰায়ণ ।
তাহাস্তে ভেটিবোঁ কৈলোঁ স্বৰূপ বচন ॥

ৰাজাৰ আগত যাই দুহান্তে মিলিলা।
অনেক সুবর্ণ পাই ৰাজা তুষ্ট ভৈলা॥ ৩৭৫
আগ গুড়ি উচ্ছ্রিত অনেক নাৱ পাইলা।
প্ৰতাপ ৰাইৰ জীক ৰাজাক বিহা দিলা॥
দৈবজ্ঞৰ হাতে ৰাজা চাহিলা গণাই।
গাভুৰ্‌খাৰ হাতত অসম মাৰ যাই॥ ৩৭৬
শীৰিৰামথাঁৰ বেটা যুদ্ধত কুশল।
আসামৰ ৰাজ্য সিটো মাৰিল সকল॥
কেৱলে ৰাজাৰ মাত্র ৰহিল নগৰ।
নদীকুলে ৰাত্রি তাক দিলে এক নৰ॥ ৩৭৭
কোচমাল্লা আসিয়া মিলিল এহি ঠাই।
আপুনাক ৰাখি সবে যায়ো ভাঠিয়াই॥
হেন শুনি মহা ভয় মিলিলা মনত।
ৰাম ৰাম গুৰু ৰাম ৰাই সমন্বিত॥ ৩৭৮
সব পৰিয়াৰ নাৱে চড়িয়া আসিলোঁ।
কতোদিন মানো ক্ষেত্রি বিলাইতে আছিলোঁ॥
ইঠায়ক আসিছোঁ গ্রাম চাহি থাকিবাক।
বৰ তুষ্ট ভৈলোঁ মন্ত্রি লভিয়া তোমাক॥ ৩৭৯
প্ৰপঞ্চি কহিলি কথা আছে অসংখ্যাত।
সংক্ষেপ কৰিয়া মন্ত্রি কহিলোঁ তোমাত॥

নমস্কাৰ কৰি নাৰায়ণে পুছিলন্ত।
ৰাম ৰাম গুৰু মহা ভকত ভৈলন্ত॥ ৩৮০
সি ৰাজ্যত হুইবে আন নাহিকে ব্ৰাহ্মণ।
কহিয়োক বাপু শুনিবাক ৰঙ্গমন॥
শুনিয়া শঙ্কৰে কথা কহিবে লাগিলা।
শুনা নাৰায়ণ পূৰ্ব্বে যেন কথা ভৈলা॥ ৩৮১
শুনা সৰ্ব্বজনে কথা থিৰ কৰি মন।
শঙ্কৰ দেৱৰ শিষ্য ভৈলা নাৰায়ণ॥
যি সব কথাক নাৰায়ণে পুছিলন্ত।
শঙ্কৰে হৰিষ মনে সবে কহিলন্ত॥ ৩৮২
হে প্ৰাণ বন্ধু কৃষ্ণ প্ৰণামো তোমাক।
তোমাৰ মায়ায়ে মুহি ভ্ৰমাৱে আমাক॥
আনত কহিবে লাগি চতুৰ সুজান।
আপুন কুশল হেতু নাহি কিছো জ্ঞান॥ ৩৮৩
মিছা দেহ ধন জন পুত্ৰ দাৰা যত।
স্নেহ পাশে বন্দী হুয়া ভৈলোঁ আশকত॥
পৰম অজ্ঞানী মঞি পাতেকী প্ৰধান।
মহা কাৰুণীক নাহি তোমাৰ সমান॥ ৩৮৪
জন্মে জন্মে তজু ভকতৰ সঙ্গ হৌক।
তজু গুণনাম মোৰ মুখে নচাড়োক॥

তেবেসে কৃপাল সিদ্ধি হোৱে মনকাম।
কহে দ্বিজ ভূষণে সুষিয়ো ৰাম ৰাম॥ ৩৮৫

— ঃ*ঃ —

পুছিলন্ত নাৰায়ণে শঙ্কৰে হৰিষ মনে
কহিলা পূৰ্ব্বৰ যত কথা।
পণ্ডিত সকলে যেনে বাদকক্ষা কৰিলন্ত
ভকতিৰ যি ভৈলা বেৱস্থা॥
সবে সমজ্যাক গৈলা ভকতি প্ৰকাশ ভৈলা
কৃষ্ণক জানিলা সবে নৰ।
ৰবাব বাদ্যত গীত গাৱন্ত সুস্বৰ কৰি
এক মহা ব্ৰাহ্মণ ভাস্কৰ॥ ৩৮৬
মোৰ কৃত্য গীত গাই বিপ্ৰৰ ভুলিল মন
কৃষ্ণত শৰণ আসি লৈলা
আমাত বিদাই কৰি কৃষ্ণক হিয়াত ধৰি
জগন্নাথ ক্ষেত্ৰে চলি গৈলা॥
ভাস্কৰে এড়িয়া গৈলে বৰ দুখ পাইলোঁ মনে
মাধৱে প্ৰবেশ দিলা মোক।
হেন শুনি নাৰায়ণে প্ৰণামি বোলন্ত বাপ
মাধৱৰ কথা কহিয়োক॥ ৩৮৭

তোমাৰ সঙ্গত মইঃ নেদেখোঁহো মাধৱক
কোন থানে ৰহিয়া আছন্ত।
যি মতে তোমাৰ সঙ্গ পাইলা পূৰ্ব্বাপৰে তান
কহিয়োক সকলে বৃত্তান্ত॥
শ্ৰীমন্ত শঙ্কৰে পাচে সিদ্ধান্ত দিলন্ত মাতি
নাৰায়ণ শুনিয়োক কথা।
প্ৰতাপ ৰাই মাৰি নিল দক্ষিণ কূলৰ লোক
নভৈলেক কোননো অৱস্থা॥ ৩৮৮
মাধৱৰ মাতৃ তেহো জমাইৰ ঘৰতে ৰৈলা
উজায়া গৈলন্ত পূৰ্ব্ব দিশ।
পিতা পুত্ৰ দুয়োজনে বলুকাক লাগি নিল
কাকো কেৱে নপাইল উদিশ॥
মাধৱৰ শ্ৰেষ্ঠ ভাই দামোদৰ নাম তান
বলুকা বিলাইত লিখিলন্ত।
তাহান উকিল হুয়া মাধৱে লিখিলা তৈত
কিছোমান বিত্ত কৰিলন্ত॥ ৩৮৯
মনে খেদ কৰি পাচে মাতৃক দেখিবে প্ৰীতি
ব্ৰহ্মপুত্ৰে আসিলা উজাই।
লোকত সোধন্ত গৈয়া ৰামদাস ভকতৰ
অনন্তৰে ঘৰ পাইলা যাই॥

মাতৃক দেখিয়া তথা পৰম হৰিষ ভৈলা
নমস্কাৰ কৰিলা সাদৰি।
দুয়ো হাত মেলি ধৰি গলত সাবটি মাতৃ
কান্দিলন্ত মক মক কৰি॥ ৩৯০
ৰামদাসো ওহ্লাই আসি নমস্কাৰ কৰিলন্ত
মাধৱে ধৰিলা আশ্বাসিয়া।
মাধৱৰ ভগিনীয়ে নমস্কাৰ কৰিলন্ত
আনন্দে নধৰে তান হিয়া॥
আসনত বসিলন্ত সবে কথা কহিলন্ত
যেন মতে গৈলা বলুকাক।
পিতৃ মাতৃ জ্ঞাতি যত কুশলে আছন্ত তৈত
আসিলোঁ তোমাক দেখিবাক॥ ৩৯১
সাদৰিলা বন্ধুগণে মাধৱে আনন্দ মনে
কতোদিন আছা মহাসুখে।
ভকতি ৰহস্য পথ আমাৰ চৰিত্ৰ যত
শুনিলন্ত ৰামদাস মুখে॥
শৰত কালত দেবী দুৰ্গা পূজা নকৰিয়া
মোৰ পাশে চলিয়া গৈলন্ত।
নানা শাস্ত্ৰ বখানিয়া পূজা কৰ্ম্ম ৰাখিবাক
মোৰ লগে বাদ কৰিলন্ত॥ ৩৯২

তিনি প্ৰহৰেক মানে বাদকক্ষা কৰিলন্ত
নানা শাস্ত্ৰ শ্লোকচয় তুলি।
শুনা নাৰায়ণ পাচে এক শ্লোক তুলিলোঁ হো
নপাইলন্ত উত্তৰ সমূলি॥
নমস্কাৰ কৰি পাচে নাৰায়ণে পুছিলন্ত
বাপ ইয়ো কথা কহিয়োক।
কোন শ্লোক তুলিলাহা কহিয়োক বাপ তুমি
ভৃত্য বুলি দায়া থাকে মোক॥ ৩৯৩
শ্ৰীমন্ত শঙ্কৰে পাচে হাঁসিয়া বোলন্ত মাতি
শুনা নাৰায়ণ মহাশয়।
বৃক্ষ মুলে জল দিলে ডাল পত্ৰ পুষ্প ফল
সমস্তৰে তৃপিতি হোৱয়॥
প্ৰাণৰ ভোজনে যেন ইন্দ্ৰিয়ৰ তৃপ্তি হয়
কৃষ্ণক পূজনে দেবগণ।
সবাৰে তৃপিতি হয়: অন্যথা পূজিলে তুষ্ট
এহি কৈলোঁ শাস্ত্ৰৰ বচন॥ ৩৯৪
এহি কথা সত্য মানি কৃষ্ণত শৰণ লৈলা
নিৰ্ব্বিষয় হুয়া শুদ্ধমন।
প্ৰাণ মাধৱ বুলিই বুকত বান্ধিয়া লৈলোঁ
পৰম সন্তোষ ভৈল মন॥

হৰি জমাই সমে দুইৰো এক প্ৰীতি আছিলেক
তেহো অসমত কাটা যান্ত।
কৃষ্ণদেৱে ৰাখিলন্ত মোৰ মহা প্ৰিয়তম
মাধৱ এড়ায়া আসিলন্ত ॥ ৩৯৫
নমস্কাৰ কৰি পুনু নাৰায়ণে পুছিলন্ত
ইয়ো কথা কহিয়ো সমস্ত।
কি কাৰণে দুই হন্তক অসম ধৰিয়া নিলা
কাটিলেক কিবা অন্যায়ত ॥
শঙ্কৰে বোলন্ত শুনা হাথী ধৰাণ গৈলেক
আমাৰ খাটনিয়া লোক যত।
ভূঞা ধৰি নিবে প্ৰতি অসম পাক্কিলে বড়া
শুনিলোঁহো লোকৰ মুখত ॥ ৩৯৬
পৰিকৰ সৰ্ব্বলোক সবে অন্তৰাই থৈলোঁ
মঞি মাত্ৰ আছোঁ একেশ্বৰে।
দুই গোণ্টা অসমে আসি দ্বাৰ মোৰ ভেণ্টিলেক
দুই হাতে ধৰি দুৱাৰবে ॥
আগ পাচ হুয়া দুই দুৱাৰ ভেণ্টিয়া ৰৈল
দেখি মঞি গুণিলোঁ মনত।
আৰো যেবে আসে লোক তবে ধৰিবেক মোক
এড়াই যাঞ এহি সময়ত ॥ ৩৯৭

বেগে হাত দিয়া বুকে হেম্পচা মাৰিয়া পেহলাই
একে ঝাম্পে দুই হাঙ্কো চেৰাইলোঁ।
চৈইধ্য হাতৰ খাৰ নাই দিয়া চেৰাই বেগে
লড় দিয়া দূৰক পলাইলোঁ ॥
তত কালে উঠি দুয়ো মহা ক্রোধ কৰি মনে
মোহোৰ পাচত খেদা দিলা।
মোক নেপাই নিবৰ্ত্তিলা য হন্তে পথত পাই
জমাই মাধৱক ধৰি নিলা ॥ ৩৭৮
পথতে যাইতে দুয়ো মাৰে আলোচি যান্ত
যদি আগে তোমাক কাটয়।
মইও নাম স্মৰাইবোঁ মোকো তুমি স্মৰাইবা
যদি আগে নষ্ট নকৰয় ॥
ভবিক ৰাখিয়া থৈল মাধৱক আগে নিল
সন্নিকাই বড়া দেখিলন্ত ॥
হাতে মালা কমণ্ডলু তপসীৰ চিহ্ন দেখি
আপুনি মতাই পুছিলন্ত ॥ ৩৭৯
অৰে কোন জনে তোক ধৰিয়া আনিলা এথা
কহ তই নকৰিবি ডৰ।
স্বৰ্গৰাজ দেৱে এথা পুছিলন্ত যিতো কথা
মাধৱে দিলন্ত প্ৰত্যুত্তৰ ॥

যি গোটে ধৰিয়া নিলে    তাহাৰ শুনিয়ো নাম

ভয়ে গাৱ কৰে থৰ থৰ ।

কহিল মাত্ৰকে নিয়া    তত কালে কাটে নিয়া

শত্ৰুবুদ্ধি নাহি মহন্তৰ ॥ ৪০০

বড়া বোলে এড় আক    শুনি ৰাজ কৰিলেক

হৰিক ধৰিয়া আগে নিলা ।

কোন তত্তিঞ্চ বুলি বড়া    ক্ৰোধ দৃষ্টি পুছিলেক

শুনি শ্ৰোত হৰিৰ উৰিলা ॥

সিদ্ধান্ত নপাই বড়া    তত কালে আদেশিলা

কাণ্টিবাক নেই তাঙ্ক ধৰি ।

নাম সুমৰাইবে লাগি মাধৱে যাইবাক খোজে

ৰখিয়া নেদয় তাঙ্ক এৰি ॥ ৪০১

নাম সুমৰাইবে মোক    ৰখিয়া নেদয় তাক

মাধৱে বোলন্ত গেৰিয়াই ।

সাৱধান সাৱধান    হুয়োক আপুনি বাপ

নাম বিনে আন গতি নাই ॥

ৰামকৃষ্ণ ৰামকৃষ্ণ    বোলন্তে সমাই যান্ত

মাধৱেও নান্তে কাণ পাতি ।

নদীত নমায়া তাঙ্ক    তত কালে কাণ্টিলন্ত

অসম পাষণ্ড দুষ্ট মতি ॥ ৪০২

মাধৱ জমাইক দুইক ধৰিয়া নিবাক দেখি
শ্রুতি মোৰ নাহিকে গাৱত।
শুনা নাৰায়ণ তুমি মাধৱৰ শোকে যেন
হিয়ে মোৰ ভৈল বজ্রপাত ।
স্নান ভোজন নাহি পন্থক নিৰেখি থাকোঁ
কিবা বার্ত্তা শুনোঁ পথুকত।
মাধৱক হৰুৱাই যেন খেদ কৰিলোঁহো
শুনা কহোঁ তোমাৰ আগত॥ ৪০৩
শুনা সর্ব্ব লোক মাধৱৰ শোক
কৰিলা যেন শঙ্কৰ।
শঙ্কৰ মাধৱ দুই হাস্তৰ জানা
কিঞ্চিতো নাহি অন্তৰ॥
কৃষ্ণে যেন মতে ৰহস্য ভকতি
প্রকাশিলা উদ্ধৱত।
শিষ্যগুৰু ভাৱে ভক্তি প্রকাশিল
শঙ্কৰে ইটো লোকত॥ ৪০৪
শঙ্কৰৰ ভক্তি মাধৱক দিয়া
আচাৰ্য্য পাতিয়া থৈলা।
মাধৱক গুৰু মানি বহু লোক
কৃষ্ণক সবে ভজিলা॥

নমো নমো কৃষ্ণ জগত জীৱন
পতিত পাৱন স্বামী।
তোমাৰ অভয় চৰণ পঙ্কজে
শৰণে পশিলোঁ আমি ॥ ৪০৫
মহা মূৰ্খ হুয়া শঙ্কৰ চৰিত্ৰ
পদে মোৰ ভৈল মতি।
আৰ আগ পাচ ন্যূনাধিক দোষ
ক্ষমিয়ো প্ৰভু সম্প্ৰতি ॥
বোলোঁ কৰজোৰে মহন্ত সৱক
ক্ষমিবাহা মোৰ দোষ।
পাপৰ অন্তক শঙ্কৰ চৰিত্ৰ
শুনিয়ো হুয়া সন্তোষ ॥ ৪০৬
মহন্ত সবৰ ক্ষমাসে ভূষণ
জানিয়া কৰিয়ো সাৰ।
যদি নিন্দা বোলা নাহি মন কষ্ট
হুবে কচিত আমাৰ ॥
মোক তিৰস্কাৰ কৰি তুষ্ট হোৱা
নেড়িবা মুখত নাম।
কহয় ভূষণ কৃষ্ণ পাৱে মন
দিয়া বোলা ৰাম ৰাম ॥ ৪০৭

শুনা নাৰায়ণ তুমি মোৰ প্ৰিয়তম ।
নাহিকে বান্ধৱ মোৰ মাধৱৰ সম ॥
জমাইত অধিক মোৰ শোক মাধৱক ।
মাধৱৰ শোকে মোৰ পোড়ে শৰীৰক ॥ ৪০৮
মিলিল আনন্দ মাধৱক লাগ পাইলোঁ ।
কোন দৈৱ দোষে মাধৱক হেৰুৱাইলোঁ ॥
জমাই মাধৱক একেলগে নিলে ধৰি ।
কাণ্টিবেক ডুন্ডুন আহোমে খান্দা ধৰি ॥ ৪০৯
মাধৱক পাই মঞি শুনিলোঁ মন্ত ।
মোৰ মনে তুল্য সকল শাস্ত্ৰ পণ্ডিত ॥
আচাৰ্য্য পাতিলা যেনো সমস্ত লোকৰ ।
উপদেশ ধৰি লোক তৰিব সংসাৰ ॥ ৪১০
মাধৱৰ বিয়োগে ভৈলেক আশা ছেদ ।
হৰি হৰি বিনে মোৰ ভৈল অতি খেদ ॥
মাধৱৰ শোকে দেখোঁ দিনতে আন্ধাৰ ।
শুনা নাৰায়ণ খেদ কৰিলো অপাৰ ॥ ৪১১
হৰিক কান্দিয়া মাধৱক এড়ি দিলা ।
জমাইক সুমৰি কান্দি মাধৱে আসিলা ॥
ঊৰ্দ্ধ মুখে চাহি আছো পন্থক নিৰেখি ।
আসিলন্ত মাধৱ ভৈলোহোঁ দেখাদেখি ॥ ৪১২

মনত হৰিষে মঞি আগ বাঢ়ি গৈলোঁ।
জীলোঁ জীলোঁ বুলি ৰঙ্গে সাৱটি ধৰিলোঁ॥
মাধৱৰ নেত্ৰে লোহ পৰে সৰ সৰি॥
কৰিলা প্ৰণাম মোৰ চৰণত ধৰি॥ ৪১৩
কান্দিবাৰ দেখিয়া মনত মহা দুখ।
কহিলা বৃত্তান্ত পাচে বস্ত্ৰে মুছি মুখ॥
পন্থে পাই হুই হাঙ্কো আহোমে ধৰি নিল।
এড়ি দিল মোক মোৰ সখিক কাণ্টিল॥ ৪১৪
কিবা জন্মৰ ভাগ্য আছয় আমাৰ।
সিহেতু চৰণ আসি দেখিলোঁ তোমাৰ॥
পড়োক শৰীৰ আত নকৰো বিশ্বাস।
ভজু সেৱা বিনে মোৰে বৃথা জন্ম নাশ॥ ৪১৫
এহি বুলি মাধৱ বিস্তৰ কান্দিলন্ত।
প্ৰিয় বাক্যে তাঙ্ক পাচে কৰিলোঁ মোহো শান্ত॥
কৃষ্ণৰ ভকত শান্ত সুশীল স্বভাৱ।
মোৰ মহা প্ৰিয়তম সুহৃদ মাধৱ॥ ৪১৬
ৰাম ৰাম গুৰু মহা বৈষ্ণৱ সুশান্ত।
ৰাগ দ্বেষ ৰহিত কৃষ্ণৰ গুণ গান্ত॥
পৰম হৰিষে ৰঙ্গে কীৰ্ত্তন কৰন্ত।
তাল ধৰি মাধৱে আপুনি পালি গান্ত॥ ৪১৭

প্ৰেমৰ ভৰত গুৰু আনন্দে নাচন্ত ।
মকমক কৰি গুৰু পৰি বাগৰন্ত ॥
সমজ্যাৰ লোকে শুনি থাকন্ত হৰিষে ।
কৰন্ত কীৰ্ত্তন অমৃত যেন বৰিষে ॥ ৪১৮
ৰাম ৰাম মাধৱ পৰম মহাজন ।
দৰশনে শোকৰ পাতেক হোৱে চন্ন ॥
ৰাম ৰাম গুৰু আসিবন্ত মোৰ পাশে ।
দেখিবোঁহো তাহাক পৰম অভিলাষে ॥ ৪১৯
শুনি নাৰায়ণে পাচে বুলিলা বচন ।
ৰাম ৰাম গুৰুক হৈবোঁহো দৰশন ॥
তজু কৃপা ভৈলা যেৱে মঞি অধমক ।
দেখিবোঁ অবশ্যে কোনো নাহিকে বাধক ॥ ৪২
আচন্ত মাধৱ তাঙ্ক হঞো দৰিশন ।
শুনিয়া শঙ্কৰে পাচে বুলিলা বচন ॥
মাধৱৰ মাতৃ মৰি স্বৰ্গক গৈলন্ত ।
অনুক্ৰমে সবে দশ দশা কৰিলন্ত ॥ ৪২১
সুদ্ধিৰ দিৱস আসি ভৈলা সন্নিহিত ।
বাৰাদিক গৈল কড়ি অন্বেষ কৰিত ॥
আসিবন্ত ঐকে দেখিবাহা মাধৱক ।
তুমি কেন মতে আইলা আমাৰ পাশক ॥ ৪২২

তোমাৰ বৃত্তান্ত কহিয়োক সাবশেষে।
ইঠাইক আসিলা তুমি কাৰ উপদেশে ॥
শুনি নাৰায়ণে নমস্কাৰ কৰিলন্ত।
আপুনাৰ কথা শঙ্কৰত কহিলন্ত ॥ ৪২৩
মনত বোলন্ত বহু কথা কহিবাক।
নাহি কিছো প্ৰয়োজন দঢ়াই আপুনাক ॥
বোলন্ত শুনিয়ো বাপ কহো স্বৰূপত।
* মনেদত জন্ম থাকোঁ ডিঙ্গা নগৰত ॥ ৪২৪
বিকা কিনা কৰিতে গৈলোঁহো সঞ্চৰাক।
কৰিলোঁহো উদ্যম গৃহক আনিবাক ॥
তুমি যাব নাম কৈলা ব্ৰাহ্মণ ভাস্কৰ।
তাঙ্ক লাগ পাইলোঁ ভাগ্য আছয় বিস্তৰ ॥ ৪২৫
এক ঠাই ভৈলোঁ দুই নদীৰ তীৰত।
কৃপায়ে তোমাৰ গুণ কৰিল বেকত ॥
মঞিও যাওঁ জগন্নাথ দেব দৰশনে।
ভূঞা ঠাইক লাগি চলি যায়ো এতিক্ষণে ॥ ৪২৬
তাহান বচনে খেদ মিলিল মনত।
গৃহক আসিলোঁ মঞিও চৰিয়া নাৱত ॥

---

* মনদিযা পাৰত।

পৰিকৰ নমাই হালধিয়া গ্ৰামে থৈলোঁ ।
তজু দৰশনেসে উজাইয়া আসিলোঁ ॥ ৪২৭
খেদি যাইবে নলাগিল মোৰ মহাভাগ ।
কৃপাময় গুৰুক হাততে পাইলোঁ লাগ ॥
আছোঁহো যৈসানি মঞি ডিঙ্গা নগৰত ।
বৈষ্ণৱ একজন মোৰ চাপিল গৃহত ৪২৮
মোক দেখিবাক লাগি আদৰি পুছিলা ।
এক বুঢ়া মাতি তাঙ্ক সমিধান দিলা ॥
নাহিকন্ত ঘৰে তেহোঁ গৈলন্ত ওহলাই ।
ৰহিবাক ইচ্ছা তেবে বসিয়ো ইঠাই ॥ ৪২৯
দিলা বাস ঘৰ তাতে ৰণে ৰহলন্ত ॥
ভৰি পখালিয়া আসনত বসিলন্ত ॥
গধুলি সময় ভৈলে গৃহক আসিলা ।
বাৰ্ত্তা পায়া মহন্তৰ সমীপক গেলা ॥ ৪৩০
দেখিলোঁহো মঞি মহা সাধু পুৰুষক ।
তেহে প্ৰিয় বাক্য মোক বুলিলা অনেক ॥
বোলন্ত তোমাৰ নাম ইঠাইত শুনিলোঁ ।
দেখিবাক লাগি মঞি হৰিষে আসিলোঁ ॥ ৪৩১
কিবা কাৰ্য্যে আপুনি গৈছিলা কোন ভিতি ।
অকপট কথা কহিয়োক মহামতি ॥

হেন শুনি মঞি পাচে বুলিলোঁ বচন।
কপট কৰিতে মোৰ কিবা প্ৰযোজন॥ ৪৩২
ইটো নগৰত লোক বঞ্চে যত যত।
যোল্ল নাম মন্ত্ৰ লৈয়া ভৈলন্ত ভকত॥
মোৰ মনে ইচ্ছা ভৈল নাম শুনিবাক।
তাকে লাগি গৈযাছিলোঁ হাট বেসাইবাক॥ ৪৩৩
কালি যোল্ল নাম লৈবোঁ কৰি আছোঁ সাৰ।
ঘৰতো কৰিযা আছোঁ নৈবেদ্য সম্ভাৰ॥
হেন শুনি মোক মাতিলন্ত মহাজন।
নখণ্ডিবা বোলোঁ মঞি একখানি বচন॥ ৪৩৪
শালোহো স্বৰূপ তুমি মোৰ বাক্য কৰা।
ইতো যোল্ল নাম বিদূৰতে পৰিহৰা॥
পাইবাহা পৰম গুৰু জগতে প্ৰখ্যাত।
বোধ মত খ গুৰুক দেখিবা সাক্ষাত॥ ৪৩৫
এহি বাক্য শুনি মোৰ মন পালটিল।
অঙ্কুশৰ ঘাৱে যেন হস্তী বাহুড়িল॥
সেহি পান তাম্বুল নৈবেদ্য সম্ভাৰে।
ভুঞ্জাইলোঁহো তাসম্বাক পৰম সৎকাৰে॥ ৪৩৬
প্ৰভাতে ভোজন কৰি যান্ত সম্বোধিয়া।
যাইবাক দেখিয়া মোৰ নসহয় হিয়া॥

চৰণত পৰিয়া কাতৰে বোলোঁ বাক ।
তেঁহে প্ৰিয় বাক্য আৰো বুলিলা আমাক ॥ ৪৩৭
এক খানি ভাল বস্ত্ৰ দিলোঁ হাতত ।
বোলন্ত নালাগে বস্ত্ৰ থৈয়োক ঘৰত ॥
পৰম সন্তোষ ভৈলোঁ তজু দৰশনে ।
যত বস্ত্ৰ পাইলোঁ মোৰ বাক্যৰ কাৰণে ॥ ৪৩৮
অনেক সৎকাৰ ভাৱে বস্ত্ৰক লৈলন্ত ।
এখানি বস্ত্ৰক পাচে আমাকো দিলন্ত ॥
কোন গ্ৰামে থাকন্ত যাইবন্ত কোন গ্ৰাম !
নুসুধিলোঁ ইটো মোৰ নুপজিল জ্ঞান ॥ ৪৩৯
আগ বঢ়াই থৈয়া পাচে গৃহক আসিলোঁ ।
সিটো বচনৰ আজি প্ৰমাণক পাইলোঁ ॥
কতবা জন্মৰ মোৰ আছে মহা ভাগ ।
তোমাৰ চৰণ সেৱিবাক পাইলোঁ লাগ ॥ ৪৪০
কৰা আশীৰ্ব্বাদ বাপ মোক শুদ্ধমতি ।
জন্মে জন্মে তোমাৰ চৰণে হৌক মতি ॥
এহি বুলি চৰণত মাথা থাপিলন্ত ।
মকৰ্মাক কৰিয়া আশেষ কান্দিলন্ত ॥ ৪৪১
শঙ্কৰৰো চক্ষুৰ লোতক বাঝ ভৈল ।
মাথে হাত দিয়া তাঙ্ক আশ্বাসি তুলিল ॥

উঠা উঠা নাৰায়ণ নকৰা ক্রন্দম।
আগে হন্তে জানোঁহো তোমাৰ শুদ্ধ মন ॥ ৪৪২
যেন মোৰ মাধৱ তুমিও সেহি মত।
হৌক সিদ্ধি সবে মনে বাঞ্চিলাহা যত ॥
শুনি নাৰায়ণে আখি মুখ মুছিলন্ত।
নমস্কাৰ কৰি পুনৰপি পুছিলন্ত ॥ ৪৪৩
সি ৰাজ্যৰ কথা আৰো কহিয়ো আমাত।
যিটো কথা পুছিবাক নজানু তোমাত ॥
কহিয়ো নিশেষে মোত সি সব বৃত্তান্ত।
শুনিয়া কৌতুকে দিলা শঙ্কৰে সিদ্ধান্ত ॥ ৪৪৪
জন্মিবাৰ পৰা যত কৰ্ম্ম কৰিলন্ত।
শান্তি ভঙ্গ আদি সবে কথা কহিলন্ত ॥
পণ্ডিত সকলে কৰিলন্ত বদকক্ষা।
ভকতি পথক যেন কৰিলন্ত ৰক্ষা ॥ ৪৪৫
কছাৰি মাল্লাত যেন ভয় পাইলা আতি।
ব্রহ্মপুত্রে সান্থৰন্তে পাইলা গীতা পুথি ॥
যেন মতে জ্ঞাতি সমস্তকে ভোজ দিলা।
হৰে ৰাম চৰি-এক সমস্তে কহিলা ॥ ৪৪৬
শঙ্কৰ নাৰায়ণৰ চৰিত্ৰ বিশেষ।
শুনন্তে পলাই সবে পাতেক নিশেষ ॥

তিনি দিন তিনি নিশা কথায়ে আছিলা।
বাৰাদিৰ পৰা পাচে মাধৱ আসিলা ॥ ৪৪৭
শঙ্কৰৰ পাৱে নমস্কাৰ কৰিলন্ত।
কাৰ্য্য সিদ্ধি ভৈলন্ত শঙ্কৰে পুছিলন্ত ॥
মাধৱে বোলন্ত কড়ি নপাইলোঁ তথা।
শঙ্কৰে বোলন্ত শুনা কহোঁ এক কথা ॥ ৪৪৮
বিশিষ্ট মনুষ্য গুটি ঐক আসিলন্ত।
তিনি দিন মোৰ লগে কথাতে আছন্ত ॥
পৰম সন্তোষ ভৈলো কথা প্ৰসঙ্গত।
বাস কৰি ৰহিছন্ত নদীৰ তীৰত ॥ ৪৪৯
অনুমানে জানো তান লগে আছে কড়ি।
যায়োক তাহান পাশ বিলম্ব নকৰি ॥
শুনিয়া মাধব তান পাশে চলি গৈলা।
আসন্ত মাধৱ নাৰায়ণে বাৰ্ত্তা পাইলা ॥ ৪৫০
আগ বাঢ় গৈলা ৰঙ্গে আসনৰ উঠি।
দুইকো দুই হৰিষতে ধৰিলা সাবটি ॥
চক্ষুৰ লোতক দুইৰো পৰে ঝৰঝৰি।
কতোক্ষণ আছিলন্ত সাবটিয়া ধৰি ॥ ৪৫১
নাৰায়ণে নমস্কাৰ কৰিবে খোজন্ত।
হাতত ধৰিয়া হাতে মাধৱে নেদন্ত ॥

মাধৱে বোলন্ত বৰ কৰাহা অন্যাই।
আমি যেন তুমি তেন আক সুযুৰাই॥ ৪৫২
নাৰায়ণে হাতজোৰে হৰিষে নমিলা।
কম্বল আসনে যাই দুইহান্তে বসিলা॥
দুইহান্তকো দুইহান্তে চাহন্ত ঘনে ঘন।
দুইকো দুয়ো দেখিয়া উৎসাহ কৰে মন॥ ৪৫৩
নাৰায়ণ মাধৱৰ সম্বাদ মিলিলা।
মাধৱে হৰিষে পাচে বচন বুলিলা॥
আছন্ত আমাৰ গুৰু ঈশ্বৰ পুৰুষ।
তোমাৰ কথাত বৰ লভিলা সন্তোষ॥ ৪৫৪
আমাৰ আগত বহু প্ৰশংসা কৰিলা।
তোমাক দেখিবে লাগি ইঠাইক পঠাইলা॥
দেখিলোঁহো তোমাক পৰম সাধু জন।
পৰম সন্তোষ আতি ভৈলা মোৰ মন॥ ৪৫৫
নাৰায়ণে বোলন্ত মোহোৰ আছে ভাগ।
এতেকে তোমাক দেখিবাক পাইলোঁ লাগ॥
তোমাথেৰ কথা শুয়া আছে যত যত।
ঈশ্বৰ পুৰুষে সবে কৰিছা বেকত॥ ৪৫৬
তিন দিন তিন নিশা কথাৰে আছিলোঁ।
সমস্তে বৃত্তান্ত মঞি আনন্দে শুনিলোঁ॥

বাৰাদি গ্ৰামক প্ৰতি আপুনি গৈছিলা।
যি কাৰ্য্যে গৈছিলা সিটো কাৰ্য্যক সাধিলা ॥৪৫৭
মাধৱে বোলন্ত মাতৃ মৰিল আমাৰ।
অৱশ্যেকে লাগে মোৰ শুদ্ধি কৰিবাৱ ॥
শুদ্ধিৰ দিৱস আসি চাপিল সন্নিত।
ব্ৰাহ্মণ সবক লাগে দক্ষিণাক দিত ॥ ৪৫৮
তাকে লাগি চকিয়া মাঝিৰ ঘৰে গৈলোঁ।
কড়িৰ অন্বেষ নপাই পুনু আসি ভৈলোঁ ॥
কিবা নাম তোমাৰ থাকিয়া কোন গ্ৰামে।
ইঠায়ক তোমৰা আসিয়াছা কোন কামে ॥ ৪৫৯
শুনি নাৰায়ণে পাচে তাহান আগত।
পূৰ্ব্বাপৰে সবে কথা কৰিলা বেকত ॥
ভৱানন্দ নাম মোৰ পূৰ্ব্বত আছিলা।
মহা পুৰুষে পাচে নাৰায়ণ নাম দিলা ॥ ৪৬০
যি মতে ভাস্কৰ বিপ্ৰে কথা কহিলন্ত।
নাৱে ভৰা দিয়া লুহিতত উজাইলন্ত ॥
মহা পুৰুষক লাগ পাইলোঁ যেন মতে।
মাধৱৰ আগে কথা কহিলা সমস্তে ॥ ৪৬১
মাধৱে বোলন্ত ধন্য জীৱন তোমাৰ।
নিশ্চয়ে তৰিলা তুমি দুৰ্ঘোৰ সংসাৰ ॥

মোৰ বুলি যাক মহা পুৰুষে লৈলন্ত।
এতেকে জানিলোঁ তুমি মহা ভাগ্যৱন্ত ॥ ৪৬২
মোৰ ভাগ্যে আছে কৰিলোঁ হো সম্ভাষণ।
মহা পুৰুষৰ শিষ্য ভৈলোঁ দুয়োজন ॥
নাৰায়ণ মাধৱৰ সম্বাদ উত্তম।
আনো লোকে চাহি আছে পৰিয়া নিজম ॥ ৪৬৩
নাৰায়ণে উঠি গৈয়া আপুনি আনিলা।
কড়ি এক কচি মাধৱৰ আগে দিলা ॥
পাঞ্চ কাওণ কড়ি এক কচি দুই জানা।
ব্ৰাহ্মণ সবক দিবা শুদ্ধিৰ দক্ষিণা ॥ ৪৬৪
মাধৱে বোলন্ত আৰো কড়ি আছে যেবে।
টকা লৈয়া আমাক গণিয়া দিয়ো তেবে ॥
শুনি নাৰায়ণে টকা হাতত লৈলন্ত।
মাধৱৰ হাতে কড়ি গণিয়া দিলন্ত ॥ ৪৬৫
কিছো পান তাম্বুলক দিলন্ত আগত।
লগাইবাহা আক সবে শুদ্ধিৰ কাৰ্য্যত ॥
মাধৱে বোলন্ত কত দিন থাকিবাহা।
গৃহক যাহন্তে তুমি মাতিয়া যাইবাহা ॥ ৪৬৬
থাকিয়োক এথা তুমি বুলি উঠিলন্ত।
উঠি নাৰায়ণে সাবটিয়া ধৰিলন্ত ॥

দুইকো দুই প্ৰিয় বাক্যে কৰিয়া আশ্বাস ।
গৈলন্ত মাধৱ পাচে শঙ্কৰৰ পাশ ॥ ৪৬৭
নমস্কাৰ কৰি তৃণ আসনে বসিলা ।
নাৰাণক প্ৰশংসি সমস্তে কথা কৈলা ॥
কড়ি এক কচি পান তাম্বুলক পাইলোঁ ।
এক টকা ভঙ্গাই আৰ কড়ি গণি লৈলোঁ ॥ ৪৬৮
বিস্তৰ কথায়ে আছিলোঁহো দুয়োজন ।
পৰম চতুৰ নাৰায়ণ মহাজন ॥
শঙ্কৰে বোলন্ত পাচে চাহি মাধৱক ।
তোমাক পঠাইলোঁ নাৰায়ণৰ পাশক ॥ ৪৬৯
তাঙ্কে দেখন্তোক কড়ি পাইবা সেহি ঠাই ।
দুয়ো কাৰ্য্য সিদ্ধি ভৈলা মোৰ অভিপ্ৰাই ॥
শুনিয়ো মাধৱ তুমি পণ্ডিত গহন ।
কথায়ে চতুৰ মহাজনো নাৰায়ণ ॥ ৪৭০
ইৰাজ্যতো পাইলোঁ আমি সুহৃদ আমাৰ ।
শঙ্কৰে প্ৰশংসা কৰিলন্ত বাৰ বাৰ ॥
শঙ্কৰ দেৱৰ শিষ্য ভৈল নাৰায়ণ ।
যিটো গুৰু সেৱা কৰিলন্ত অনুক্ষণ ॥ ৪৭১
মাধৱৰ গুণ কহি কোনে পাইবে অন্ত ।
যিটো অহৰ্নিশে গুৰু সেৱা কৰিসন্ত ॥

গুৰুৰ সমান শক্তি ভৈলা মাধৱৰ।
মহা প্ৰিয়তম শিষ্য শঙ্কৰ দেৱৰ ॥ ৪৭২
গীত পদ ভটিমা কৰিলা শাস্ত্ৰতত্ব।
ভৈলেক প্ৰচাৰ ইটো সকলে ৰাজ্যত ॥
মাধৱৰ সখি নাৰায়ণ মহাজন।
মহা মিত্ৰভাৱে আছিলন্ত দুয়োজন ॥ ৪৭৩
নৃপ নাৰায়ণে দিলে অনেক দুখক।
প্ৰাণান্তিকো নেড়িলেক ভকতি ধৰ্ম্মক ॥
দেৱ মানুষ বুলি ভোগ্টে নেনিলেক।
লোহাৰ নিহল পাৱে ভাঙ্গি পৰিলেক ॥ ৪৭৪
পৰিৱৰ্ত্তি পুনুহো গৃহক আইল চলি।
হেন নাৰায়ণৰ শুনিয়ো বংশাৱলী ॥
সুৰাইৰ তনয় ভৈলা নামত সাগৰ।
সাগৰৰ পুত্ৰ ভৈল নাম যশধৰ ॥ ৪৭৫
যশধৰ তনয় ভৈলন্ত ৰূপধৰ।
ৰূপধৰ পুত্ৰ ভৈলা ধৰ্ম্ম মনোহৰ ॥
ধৰ্ম্মৰ তনয় ভৱানন্দ অনুপাম।
মহা পুৰুষে দিলা নাৰায়ণ যে নাম ॥ ৪৭৬
জগত প্ৰসিদ্ধ মহা মহন্ত ভৈলন্ত।
নাৰায়ণে সমস্তে কুলকে তাৰিলন্ত ॥

নাৰায়ণ কনিষ্ঠ ভৈলন্ত ৰামানন্দ।
ভকতি পন্থত যাৰ পৰম আনন্দ ॥ ৪৭৭
আমি সমে কথায়ে আছোঁহো নিৰন্তৰ।
মিলিল প্ৰসঙ্গ কথা শঙ্কৰ দেৱৰ ॥
অনন্তৰে মোৰ মনে খেদ ভৈলা তথা।
ৰামানন্দে বোলে লিখি থৈয়ো ইটো কথা ॥ ৪৭৮
ই কথা শুনিতে শ্ৰদ্ধা থাকে যাৰ মনে।
পঢ়িবে শুনিবে আক পৰম যতনে ॥
হেন শুনি মঞিও পাচে মনত গুণিলোঁ।
শঙ্কৰ চৰিত্ৰ পদবন্ধে লিখি থৈলোঁ ॥ ৪৭৯
মোৰ ইটো শক্তি নুহি কৃপাকেশবৰ।
আচয় কৰুণা মোক মহন্ত সবৰ ॥
পৰম বৈষ্ণৱ হেন্তে আছিলা মাধৱ।
অহর্নিশে যাৰ হৰি কীৰ্ত্তন উৎসৱ ॥ ৪৮০
দৰশনে পলাই মহা পাতেক সমস্ত।
শিশু দেখি দায়া মোক কৰিছা পূৰ্ব্বিত ॥
শঙ্কৰ দেৱৰ নাতি আতি অনুপাম।
পৰম পণ্ডিত শ্ৰীপুৰুযোত্তম নাম ॥ ৪৮১
গহীন গম্ভীৰ ধীৰ কৃষ্ণত ভকত।
ৰাম কৃষ্ণ নাম সদা নুগুচে মুখত ॥

দৰশনে পাপ হৰে আছে মহা গুণ ।
অদ্যাপি প্ৰশংসে আক পণ্ডিত ব্ৰাহ্মণ ॥ ৪৮২
জৰসিয়া গ্ৰামে আসি তেহো ৰহিলন্ত ।
বৎসৰ ছয়ক মানে ঐতে আছিলন্ত ॥
কৰিলন্ত সত্ৰ হৰি কথা দিনে ৰাতি ।
তেহেন্তে আমাক দায়া কৰিছন্ত আতি ॥ ৪৮৩
চতুৰ্ভুজ নামে আছা নাতি শঙ্কৰৰ ।
যাৰ মহা গুণ গণে নাহি পটন্তৰ ॥
মোৰ মুখে তান গুণ বৰ্ণাইবোঁহো কত ।
অদ্যাপি আছন্ত বিষ্ণুপুৰ নগৰত ॥ ৪৮৪
ধীৰ মহন্ত সন্ত জগতে যে প্ৰধাণ ।
তানো মোক দায়া আছে সবাতে প্ৰমাণ ॥
আছিলন্ত নাৰায়ণ শিষ্য শঙ্কৰৰ ।
পূৰ্ব্বে তেন্তে দাযা মোক কৰিছা বিস্তৰ ॥ ৪৮৫
ধন ধান্য বস্ত্ৰ দিয়া কৰিছা পোষণ ।
জগততে প্ৰসিদ্ধ বৈষ্ণৱ মহাজন ॥
একেগ্ৰামে বঞ্চিলোঁহো দুহিকে অন্তৰ ।
কিঞ্চিতেকো মনে নেদেখিলোঁ ভিন্নপৰ । ৪৮৬
আমি পুৰোহিত আছিলন্ত যজমান ।
পৰম অজ্ঞান মঞি মুৰ্খতে প্ৰধান ॥

বালকৰ নয় ক্রিয়া কৰিলোঁ আপুনে।
অজ্ঞানী জনৰ দোষ ধৰি আছে কোনে॥ ৪৮৭
আনো যত মহাজন আছে ঠাই ঠাই।
মোৰ যত দোষ স:ব্ব ক্ষমিবে যুব্রাই॥
কহে দ্বিজ ভূষণ অজ্ঞানী শিশুমতি।
সবাকো বোলোঁ।হো হেৰা বুলিয়া কাকূতি॥ ৪৮৮
অধমৰ দোষ মোৰ কৰি উপশম।
নিৰন্তৰে নৰে সবে বোলা ৰাম ৰাম॥ ৪৮৯

—০—

আত আনন্তৰে কথা শুনা পাচে যেন ভৈলা
নাৰায়ণ উঠি প্রভাতত॥
নদী জলে স্নান কৰি প্রণাম কৰিলা পৰি
শঙ্কৰ দেৱৰ চৰণত॥
শঙ্কৰে আশ্বাসি তাক বুলিলা মধুৰ বাক
জানো যাইবে খোজাহা গ্রামক।
খাইবৰ দ্রব্য বস্তু যত কিবা আছে কিবা নাই
কত দিনে পাইবাহা গৃহক॥ ৪৯০
হেন শুনি নাৰায়ণে প্রণামি বোলন্ত বাপ
ইটো চিন্তা নাহিকে মনত।

মাসেকতোধিক দিন আঠ দশ মানে আগে
সব দ্রব্য আছয় লগত ॥
তজু আজ্ঞা শিৰে লৈবোঁ গৃহক চলিয়া যাইবোঁ
পূৰ্ব্বৰ স্বভাৱ দূৰ কৰি।
তোমাৰ পুস্তক আগে থৈয়া সব পৰিয়াৰে
নমস্কাৰ কৰিবোঁ সাদৰি ॥ ৪৯১
এহি বুলি উঠি গৈলা সৰিসা ধানৰ চাউল
তিনি দোণে পূৰা বান্ধিছন্ত।
কান্ধত কৰিয়া আনি শঙ্কৰ দেৱৰ আগে
দিয়া নমস্কাৰ কৰিলন্ত ॥
শঙ্কৰে বোলন্ত মাতি শুনিয়োক নাৰায়ণ
একো দ্রব্য নলাগে আমাক।
সমস্তে দ্রব্যক পাইলোঁ পৰম সন্তোষ ভৈলোঁ
যেতিক্ষণ লভিলোঁ তোমাক ॥ ৪৯২
ভাল সাধু বুদ্ধি তজু গৃহক চলিয়া যায়ো
অল্প দিন গৃহত থাকিবা।
আমি ঐত কোন থানে ঘৰবাৰি সাজিবোঁহো
পুনু আসি বাৰ্ত্তাক কৰিবা ॥
প্ৰণামি বোলন্ত বাপ আশীৰ্ব্বাদ কৰিয়োক
আমাৰ দুৰ্ব্বুদ্ধি দুৰ হৌক।

শীঘ্রে ফিৰি আসি যেন তোমাৰ চৰণ দেখোঁ।
এহি কৃপা কৰিয়োক মোক ॥ ৪৯৩
শঙ্কৰে বোলন্ত হাসি শুনিয়োক নাৰায়ণ।
তুমি প্রিয় সুহৃদ একান্ত।
যৈতে যৈতে থাকা তুমি তজু অকল্যাণ নাহি
যায়ো বুলি প্রবোধ দিলন্ত ॥
তেন মতে মাধৱকো এক পূৰা চাউল দিলা
নমস্কাৰ কৰিতে খোজন্ত।
নমস্কাৰ কৰিবাক নেদিলা মাধৱে হাত
মেলিয়া তাহাঙ্ক ধৰিলন্ত ॥ ৪৯৪
গদ গদ বাক্যে পাচে বুলিলন্ত নাৰায়ণ
দুয়ো নয়নৰ পৰে পানী।
থাকিয়োক তুমি আবে গৃহক চলিয়া যাঞো
তায়া মোক নেড়িবা আপুনি ॥
মাধৱে আশ্বাসি তাঙ্ক আগবঢ়াই থৈলা নিয়া
নাৰায়ণে নাৱত চড়িলা।
শঙ্কৰৰ মাধৱৰ গুণক কীৰ্ত্তন কৰি
আপুনাৰ গৃহক আসিলা। ৪৯৫
পানীৰ বাচন দিয়া সবে দূৰ কৰিলন্ত
মৃত্তিকাৰ যত পাত্র আছে।

উপবাস দিয়া সবে　　শঙ্কৰক গুৰু মানি
কৃষ্ণত শৰণ লৈলা পাচে ॥
শঙ্কৰ মাধৱ দুইৰ　　গুণ চৰিত্ৰ শুনি
মহাৰঙ্গ মিলিল সবাৰ।
জ্ঞান ধৰ্ম্ম জানিলন্ত　　কৃতাকৃত্য মানিলন্ত
আতি আনন্দৰ নাহি পাৰ ॥ ৪৯৬
আনো বাৰ বেৱসাই　　কৰি নাৰায়ণে আসি
সমস্তকে তাৰ বণ্টা দেন্ত।
শঙ্কৰ দেৱৰ ভক্তি　　ধৰ্ম্ম বেৱসাই কৰি
সমস্তৰে আগে কহিলন্ত ॥
পুষ্প তাম্বুলক দিয়া　　সবাহাঙ্কে সন্তোষিয়া
একেলগে যাইবাক সাজিলা।
শুনা আত পৰে আবে　　শঙ্কৰ দেৱৰ তৈত
গৃহাৰম্ভ যি ঠাইত কৰিলা ॥ ৪৯৭

—০—

বেঁতবাঁস তৰা　　বনে ব্যাপি আছে
বড়া পণ্টা গ্ৰাম জুৰি।
কোন থানে ঘৰ　　বাৰি সব হন্ত
শঙ্কৰে চাহিলা ফুৰি ॥

গণক পাৰাত ঘৰ সজাইলন্ত
কতোদিন বঞ্চি তাত।
কুমাৰ পাৰাত ঘৰ সজাইলন্ত
মিলিল দুখ মনত॥ ৪৯৮
তাহাৰ দক্ষিণে ঘৰ সজাইলন্ত
মনত আতি হৰিষে।
পানট বাঁউসি নামত প্ৰসিদ্ধ
সৰ্ব্বজনে যাক ঘোষে॥
আপুনাৰ ঘৰ দক্ষিণ সমীপে
কৰিলা ঘৰ নিৰ্ম্মাণ।
ৰাম ৰাম গুৰু তথা ৰহিলন্ত
দুইৰো যেন এক প্ৰাণ॥ ৪৯৯
শঙ্কৰদেৱৰ জ্যেষ্ঠ পুত্ৰ তান
থৈলা ৰামানন্দ নাম।
মধ্যম কমল লোচন সুন্দৰ
গুণে আতি অনুপাম॥
পৰম স্নেহত কনিষ্ঠৰ নাম
থৈলন্ত হৰি চৰণ।
দুহিতাৰ নাম থৈলন্ত ৰুক্মিণী
পৰম আতি শোভন॥ ৫০০

ৰামাযে নন্দৰ　　　তনয় ভৈলন্ত
পুৰুষোত্তম নাম।
যাৰ যশ কীৰ্ত্তি　　　ঢাকিল ধৰণী
সৰ্ব্বগুণে অনুপাম॥
শঙ্কৰৰ আগে　　　আণ্ঠু কাঢ়ি ৰঙ্গে
পুৰুষোত্তম ফুৰন্ত।
কৰ্দ্দমে লেপিত　　　হুয়া পিতামহীৰ
কোলাত উঠিবে যান্ত॥ ৫০১
বস্ত্রে পঙ্ক লাগে　　　দেখি পিতামহী
দূৰতে ঠেলিয়া থৈলা।
কি কাৰ্য্যে নাতিক　　　কৰা অনাদৰ
শঙ্কৰে তাঙ্ক মাতিলা॥
পঙ্ককো গুচায়া　　　কোলে তুলি লৱা
বচনে কৰা আশ্বাস।
তোমাৰ আমাৰ　　　জানিবা নিশ্চয়
নাতিতেসে পুনু আশ॥ ৫০২
সিটো বেদবাক্য　　　ভৈলন্ত সফল
দেখা কৰি বিমৰিষ।
পুৰুষোত্তম　　　চতুভুৰ্জ দুইৰো
কীৰ্ত্তি গৈল দশোদিশ॥

পৰম আনন্দে ৰহিলা শঙ্কৰ
শুনা যেন কথা ভৈলা।
নাৰায়ণে পাচে শঙ্কৰ দেৱক
দেখিতে শীঘ্ৰে আসিলা॥ ৫০৩
গণক কুঞ্চিত আছন্ত মাধৱ
তথা আসি ৰহিলন্ত।
মাধৱে সহিতে পাণ্টবাঁউসীক
আনন্দে সৱে গৈলন্ত॥
শঙ্কৰৰ পাৱে নমস্কাৰ কৰি
আসনে পাচে বসিলা।
নাৰায়ণ তুমি আসিলা কুশলে
শঙ্কৰে বাৰ্ত্তা পুছিলা॥ ৫০৪
তজু আশীৰ্ব্বাদে সকলে কুশল
বুলিলন্ত নাৰায়ণ।
তথাতে আসিয়া বসিলন্ত সুখে
আছা যত ভক্ত জন॥
ৰাম ৰাম গুৰু গোঁসাই দামোদৰ
হৰি গুৰু বসিলন্ত।
জয়ন্তি মাধৱ ৰতিকান্ত দলৈ
ৰাম ৰাই আসিলন্ত॥ ৫০৫

হৰিদাস বনীয়া বুঢ়া যে দৈবজ্ঞ
আৰো মহা কালিৰাম।
উদাৰ গোবিন্দ বলভদ্ৰ আৰো
বসিলন্ত বলৰাম॥
সবাকো সম্মুখি শঙ্কৰে কহন্ত
কৃষ্ণৰ গুণ চৰিত্ৰ।
নিশবদে সবে শুনিয়া থাকন্ত
কৃষ্ণ পাৱে দিয়া চিত॥ ৫০৬
মাধৱে সোধন্ত শঙ্কৰে সিদ্ধান্ত
দেন্ত আতি হৰিষত।
কথা অমৃতৰ নদী বহি যায়
পিৱে সৱে আনন্দত॥
প্ৰতি দিনে কথা প্ৰসঙ্গ কৰন্ত
সবেয়ো শুনা হৰিষি।
মাধৱে গণক কুছিত নিবাস
কৰন্ত আতি হৰিষি॥ ৫০৭
মাধৱৰ সঙ্গে থাকা নাৰায়ণ
ভোজন লগে কৰন্ত।
মাধৱৰ পৰি চৰ্য্যা মহাকালি
ৰামে সবে আচৰন্ত॥

এক দিন কথা প্ৰসঙ্গ উঠিলে
ৰাম আগ হুয়া গৈলা।
মাধৱৰ যত ৰন্ধনৰ দ্ৰব্য
সমস্তে নিয়োজি থৈলা॥ ৫০৮
মাধৱ নাসন্ত দেখি ৰামে বসি
কৃষ্ণৰ ৰূপ চিন্তন্ত।
ভকত কৃপাল দেব নাৰায়ণ
সাক্ষাত আসি ভৈলন্ত॥
মনোময় দ্ৰব্য দিয়া গোবিন্দক
অৰ্চ্চিলন্ত শুদ্ধ ভাৱে।
সৱে অলঙ্কাৰ পিন্ধায়া খড়ম
পিন্ধাইলন্ত এক পাৱে॥ ৫০৯
এতেকতে আসি মাতিলা মাধৱে
শুনি এড়িলন্ত ধ্যান।
পানী পীৰা আনি দিলা মাধৱক
বসিলন্ত কৰি স্নান॥
মাধৱে দেখন্ত খড়ম কৃষ্ণৰ
নাহিকে এক পাৱত।
কোনে কদৰ্থনা কৰিলা কৃষ্ণক।
পুছন্ত সৱে ভক্তত॥ ৫১০

কান্দি ৰামে বোলে শুনিয়োক বাপ
ইটো মোহোৰেসে দোষ।
তোমৰা মাতিলে খড়ম নেদিলোঁ
নকৰিবা অসন্তোষ॥
মাধৱে বোলন্ত আশো আবাহন
নকৰিবা বিড়ম্বণ।
কৃষ্ণৰ সমস্ত অঙ্গত পিন্ধাইবা
বসন যত ভূষণ॥ ৫১১
এতেক বোলন্তে প্ৰেম উপজিল
লোটক পৰে নিঝৰি।
কৃষ্ণ মূৰ্ত্তি দেখি মৌনে ৰহিলন্ত
কৃষ্ণৰ ৰূপক স্মৰি॥
শুনা সৰ্ব্বজন কৃষ্ণ পাৱে মন
দিয়া কৰি এক মতি।
পৰম আনন্দ সুখৰ সাগৰ
কৃষ্ণৰ প্ৰেম ভকতি॥ ৫১২
ভকতিতে বশ্য হোৱন্ত কেশৱ
নাহি আত অন্যৱথা।
লৈয়া সাধু সঙ্গ কৰি মন ৰঙ্গ
শুনিয়ো কৃষ্ণৰ কথা॥

হেন প্ৰাণ-প্ৰভু দৈৱকী নন্দন
কৃষ্ণ অগতিৰ গতি।
তোমাৰ অভয় চৰণ পঙ্কজে
নিমজ্জোক মোৰ মতি ॥ ৫১৩
আশা নদী মাজ তল গৈলোঁ নাথ
নপাইলোঁ দুখৰ পাৰ।
মই আতুৰক তজু পদ নাৱে
কৰিয়ো প্ৰভু উদ্ধাৰ ॥
প্ৰভাতৰে পৰা দিনান্ত পৰ্য্যন্তে
বিষয়কে চিন্তে মন।
কৈসানিনো হুইবে মিলিবে অকষ্টে
বসন অন্ন ভূষণ ॥ ৫১৪
মিছা বিতিৰেকে সঞ্চা বাক্য নাসে
হৰি হৰি কিনো ভৈলোঁ।
মিছা বিষয়তে সুখ আশা কৰি
দুখতে মজিয়া মৈলোঁ ॥
ধনী নিৰ্ধনীৰ দুইবো সুখ নাহি
আশা দুখে মজি মৰে।
বিষয়ৰ আশা দুখ জানি নৰে
কৃষ্ণ সেৱা সুখে কৰে ॥ ৫১৫

সাধু সঙ্গ মোক দিয়ো কৃপাময়
তোমাৰ চৰণে ধৰোঁ ।
বিষয়ৰ তৃষ্ণা কৰা নিবৰ্ত্তন
চৰণে কাকুতি কৰোঁ ॥
চিত্তে চৰণক চিন্তোক গোবিন্দ
বচনে নেড়োক নাম ।
মুৰুখ ভূষণে কাকুতি কৰয়
ডাকি বোলা ৰাম ৰাম ॥ ৫১৬

—— —— o ——

অাত অনন্তৰে কথা শুনা সৰ্ব্বজনে ।
মাধৱক শঙ্কৰে খণ্ডিলা যি কাৰণে ॥
ভকত সৱক দিলা যেন উপদেশ ।
সি সব কথাক আবে শুনিয়ো নিশেষ ॥ ৫১৭
মাধৱক মুখ্য কৰি যতেক ভকত ।
প্ৰতি দিনা শুনে কথা শঙ্কৰ মুখত ॥
পৰম হৰিষে কথা কহন্ত সাদৰি ।
মনত হৰিষে সবে শুনে কৰ্ণ ভৰি ॥ ৫১৮
এক দিন ভৈলা আসি তিথি একাদশী ।
শুনে কৃষ্ণ কথা শঙ্কৰৰ পাশে বসি ॥

সবাকে চাহিয়া কথা কহন্ত শঙ্কৰ।
দেখন্ত সবাৰো মুখ কিঞ্চিত ঝামৰ ॥ ৫১৯
মাধৱৰ মুখ দেখি কিঞ্চিত প্ৰসন্ন।
অল্প হাস্য কৰি পাচে বুলিলা বচন ॥
ওবা মাধৱ তুমি কহিয়ো সাক্ষাত।
সম্প্ৰতিক এক কথা পুছোঁহো তোমাত ॥ ৫২০
তিথি একাদশী আজি সবেত্ত জানয়।
নিৰাহাৰে কৃষ্ণকথা শুনিতে লাগয় ॥
তোমাৰ বদন দেখোঁ কিঞ্চিত প্ৰসন্ন।
অনুমানে জানো কিছো কৰিছা ভোজন ॥ ৫২১
মাধৱে বোলন্ত কালি গৈলোঁ পৰ বেলা।
গধূলিকা ভোজনক কৰিলোঁহো হেলা ॥
প্ৰভাতৰ প্ৰসঙ্গ শুনিয়া আজি গৈলোঁ।
মধ্যাহ্ন সময়ে আসিবাক সাজ ভৈলোঁ ॥ ৫২২
ঊৰ্দ্ধক চাহিলোঁ বেলি ভৈল নৱ ঘণ্টি।
ক্ষুধায়ে পীড়িল যেন প্ৰাণ যাই ফুণ্টি ॥
শুখাই ওঠ কণ্ঠ মঞি ভৈলো বড় আউল।
পানী সমে গিলিলোঁহো এক পোসা চাউল ॥ ৫২
শুনিয়া শঙ্কৰে আতি কৰি ক্ৰোধ দৃষ্টি।
নচাওঁ মুখ বুলি উলটিয়া দিলা পিঠি ॥

মাধৱক খঙ্গিবাৰ দেখি সমস্তৰে।
হৃদয় কম্পিত ভৈলা শঙ্কৰক ডৰে॥ ৫২৪
ক্ষেণিতেক থাকি পাচে সমুখ ভৈলন্ত।
মাধৱক প্ৰতি ক্ৰোধমন এড়িলন্ত॥
মাধৱক মাতি শিক্ষা দেন্ত সমস্তক।
প্ৰসন্ন বদনে বুলিলন্ত মাধৱক॥ ৫২৫
শুনিয়ো মাধৱ তুমি মোহোৰ বচন।
একাদশী দিনে একো নকৰি ভোজন॥
নিৰাহাৰ হুয়া কৃষ্ণ কথাক শুনয়।
পাপত মুকুত হুয়া মুকুতি পাৱয়॥ ৫২৬
ব্ৰহ্মবধ সুৰাপান গুৰুদাৰা হৰে।
ব্ৰাহ্মণৰ সুবৰ্ণকি যিটো চুৰি কৰে॥
আনো যত পাপ আছে সমস্তে কৰয়।
কিন্তু তাৰ প্ৰায়শ্চিত্ত বিহিয়া আছয়॥ ৫২৭
একাদশী দিনা অন্ন ভুঞ্জয় সম্প্ৰতি।
ব্ৰহ্ম বৈবৰ্ত্তে কহে নাহিক নিষ্কৃতি॥
কূৰ্ম্ম পুৰাণত আৰো কহিয়া আছয়।
যেন শুক্লা তেন কৃষ্ণা সমতুল্য হয়॥ ৫২৮
ইহাক বিভেদ যিটো কৰয় সম্প্ৰতি।
মৰিয়া বিষ্ঠাৰ পলু হুইবেক সম্প্ৰতি॥

যতেক পুৰাণ আছে ধৰ্ম্ম শাস্ত্ৰ যত।
ডাক চাৰি শুনাৱয় সমস্তে লোকত॥ ৫২৯
একাদশী দিনা অন্ন ভোজন সম্প্ৰতি।
নকৰিব নকৰিব সবাৰো সম্মতি॥
সহস্ৰেক জন্ম উপজয় শগুণত।
শত জন্ম মানে উপজয় শূকৰত॥ ৫৩০
কুকুৰৰ গৰ্ভে দশ জন্ম উপজয়।
অমাবাস্যা যিটো নিশি ভোজন কৰয়॥
বিষ্ণু নিবেদিত নুহি অভক্তৰ অন্ন।
যেন কুকুৰৰ মাংস ভুঞ্জে যিটোজন। ৫৩১
পত্ৰ পুষ্প ফল ফুল আদি দ্ৰব্য যত।
গোবিন্দত নিবেদিবে শাস্ত্ৰৰ সম্মত॥
নিবেদন নকৰিয়া ভুঞ্জয় সাদৰি।
নাৰকী যোনীত উপজয় মৰি মৰি॥ ৫৩২
বিষ্ণু ভকতৰ ধন হৰে যিটো জন।
কৰয় প্ৰহাৰ আৰো কৰি ক্ৰোধ মন॥
দুই গুণ ধন দিয়া চৰণে ধৰিব।
পীৰিতি বচনে বহু কাতৰ কৰিব॥ ৫৩৩
সিজনেসে ক্ষমা দিলে দোষ ক্ষমা যায়।
আন মতে নাহি তাৰ ৰক্ষাৰ উপায়॥

ভকতক কেশে ধৰে চৰণে মাৰয়।
গালত চৰ্‌ৰ মাৰে বচনে নিন্দয়॥ ৫৩৪
তাৰ প্ৰায়শ্চিত্ত নাহি জানিবা সম্প্ৰতি।
নৰক ভুঞ্জিয়া হুইব দূতৰ সঙ্গতি॥
সাত তন্ত্ৰে মহেশত কহিছা নাৰদত।
মুহিকে অন্যথা ইটো শাস্ত্ৰৰ সম্মত॥ ৫৩৫
অভক্তৰ ধনে দেই মহা দুৰ্গতিক।
ধন গৰ্ব্বে কদাচিতো নভজে হৰিক॥
ভোগ ঐশ্বৰ্য্যে অন্ধ হুয়ঃ অতিশয়।
যেন জীৰ্ণ গৰু পঙ্কে পড়িয়া মৰয়॥ ৫৩৬
ভকতৰ ধনে হোৱে ভক্তিৰ সাধন।
পূৰ্ব্বে এক কথা কহোঁ শুনা দিয়া মন॥
ব্ৰহ্মানন্দ আদি কৰি পণ্ডিত সমস্ত।
কদাচিতো মুহি তাৰা কৃষ্ণত ভকত॥ ৫৩৭
কিমতে কৃষ্ণক ভজে চিন্তিলোঁ উপাই।
এক দিনা ব্ৰাহ্মণক আনিলো মতাই॥
আসিলত গুৰু বৰ লভিলোঁ আনন্দ।
দিয়াইলোঁ আসন বসিলন্ত ব্ৰহ্মানন্দ॥ ৫৩৮
ব্ৰাহ্মণ বদতি তুমি শুনিয়ো শঙ্কৰ।
কি কাৰ্য্য সাধিবে লাগে কহিয়ো সত্বৰ॥

তুমি মহা মহন্তক দৰশন ভৈলোঁ।
দেবত তীৰ্থতো ফল আধিক লভিলোঁ॥ ৫৩৯
মঞি বোলোঁ গুৰু শুনিয়োক ভট্টাচাৰ্য্য।
তোমাক মাতিলোঁ গুৰু কৰা এহি কাৰ্য্য॥
সবাতে আধিক তুমি পণ্ডিত গহন।
তজু মুখে গীতা শুনিবাক আছে মন॥ ৫৪০
পুণ্য মাঘ মাস আসি পাইলকে সন্নিত।
একৰূপ গীতা শুনিবাক আছে চিত্ত॥
শুনি ব্ৰহ্মানন্দে পাচে বুলিলা বচন।
গীতা শাস্ত্ৰ পঢ়িবাক মোৰো আছে মন॥ ৫৪১
বুলিলোঁ হো পাচে মঞি লোকক শুনাই।
কিছো দক্ষিণাক আগে দিবাক যুৱাই॥
যাৰ যেন শক্য পাৰা বিত্ত আনি দয়ো।
পঢ়িবন্ত গীতা শাস্ত্ৰ সবেয়ো শুনিয়ো॥ ৫৪২
দক্ষিণ হস্তক পাতি লন্ত ব্ৰহ্মানন্দে।
দিবেক লাগিলা বিত্ত মনত আনন্দে॥
কতো এক তোলা কতো তিনি মসা বিত।
অৰ্দ্ধ তোলা তুচ্ছ নাহি দেন্ত ৰঙ্গ চিত্ত॥ ৫৪৩
তেখনে পাইলেক বিপ্ৰে বিত্ত এক পুষ।
বিত্ত পাই চিত্ত কৰে উল্লুষ-মালুষ॥

দিলোঁহো তাম্বুল গুৰু গৃহে চলি গৈলা।
আছন্ত অন্ধক পিতৃ সমীপ চাপিলা॥ ৫৪৪
শুনিয়োক পিতা কহোঁ এক অভিপ্ৰাই।
শঙ্কৰে নিলন্ত আজি আমাক মতাই॥
গীতা পঢ়িবাৰ অৰ্থে বিত্ত দিলা মোক।
হাত ফুৰাই আমাৰ হাতত দেখিয়োক॥ ৫৪৫
শুনি বাপ খনে হাত হাতত দিলন্ত।
বহু বিত্ত পাই হাতে লৱন্ত-থৱন্ত॥
বিস্তৰ বিত্তক পাই হৰিষিত মন।
ব্ৰহ্মানন্দক যে পাচে বুলিলা বচন॥ ৫৪৬
যত খানি বিত্ত তুমি দেখাইলা আমাক।
কুৰি গুটি পণ্ঠা কটাইলে নপাই আক॥
দুখৰূপ কৰ্ম্ম যত সবে পৰিহৰা।
শঙ্কৰে বোলন্ত যিবা সেহি বাক্য কৰা॥ ৫৪৭
পঢ়িলন্ত গীতা গুৰু মহা ৰঙ্গ মনে।
পৰম হৰিষে শুনিলন্ত সৰ্ব্বজনে॥
গীতা সাঙ্গ কৰিয়া খোজন্ত যাইবাক।
পূৰ্ব্ব মতে বিত্ত দিয়া বুলিলন্ত বাক॥ ৫৪৮
পঢ়িলাহা গীতা শাস্ত্ৰ কৃষ্ণৰ বচন।
গীতাৰ শকতি কৈলা একান্ত শৰণ॥

কৃষ্ণৰ বচন যিটো জনে নমানয়।
পাষণ্ডতো ধিক সিটো ছুইবে যোগ্য নয়॥ ৫৪৯
তোৰা সৱে কৰা ইটো কৃষ্ণৰ বচন।
কিবা হেতু নলৱাহা কৃষ্ণত শৰণ॥
শুনি ব্ৰহ্মানন্দে বুলিলন্ত শঙ্কৰক।
গীতাৰো সম্মত আছে ভজিবোঁ কৃষ্ণক॥ ৫৫০
গৈলন্ত ব্ৰাহ্মণ বিত্ত দেখাইলা পিতাক।
চাহিলন্ত ব্ৰাহ্মণে হাতত দিয়া হাত॥
পূৰ্ব্বৱতে বিত্ত পাই আনন্দ মনত।
কহিলন্ত কথা পাচে আনো ব্ৰাহ্মণত॥ ৫৫১
গীতা ভাগৱততো সবাৰো ভৈলা মন।
বিত্ত লোভে পঢ়িবাক সবাৰো যতন॥
ভকতক দ্বেষ বুদ্ধি সবেয়ো এড়িলা।
উগ্ৰ মূৰ্ত্তি ব্ৰাহ্মণক ধনে বশ্য কৈলা। ৫৫২
শুনিয়ো মাধৱ তুমি আমি কৰোঁ যাক।
আনো সৱ লোকে ধৰ্ম্ম বুলিবেক তাক॥
এতেকে বিহিত কৰ্ম্ম কৰিতে যুৱাই।
অবিহিত নাকৰিবা মোৰ আভপ্ৰাই॥ ৫৫৩
শুনিয়া মাধবে নমস্কাৰ কৰিলন্ত।
পৰম হৰিষে পাচে ৰঙ্গে ৰহিলন্ত॥

কৃষ্ণ কথা ক'হি ৰঙ্গে ৰহিলা শঙ্কৰ।
শুনিয়োক কথা আৰে আত অনন্তৰ॥ ৫৫৪
তীৰ্থ কৰিবাক শঙ্কৰৰ ভৈলা মন।
লগতে সাজিলা সবে যত মহাজন॥
অনন্তৰে যাই গঙ্গা তীৰ্থক পাইলন্ত।
তীৰ্থৰ নিয়মে গঙ্গা স্নান কৰিলন্ত॥ ৫৫৫
নাৰয়ণৰ খুড়া তান নামত চৈতন্য।
দেখে নাৰায়ণক সম্যকে জীৱ প্ৰায়॥
নাহিৱন্ত নাৱায়ণ আশঙ্কা মনত।
নেনন্ত বৃদ্ধক তেভো গৈছন্ত লগত॥ ৫৫৬
শঙ্কৰে বোলন্ত শুনিয়োক নাৰায়ণ।
আমাৰ লগত যাইতে তোমাৰ যতন॥
তুমি গৈলে বৃদ্ধো সাজে তোমাৰ লগত।
কেন মতে যাইবে বুলিবাকো আশকত॥ ৫৫৭
লগে গৈলে বৃদ্ধে দুখ পাইবে বহুতৰ।
মোহোৰ বচনে উলটিয়া যায়ো ঘৰ॥
শুনি নাৰায়ণে নমস্কাৰ কৰিলন্ত।
বৃদ্ধৰ কাৰণে ঘৰে ফিৰি আসিলন্ত॥ ৫৫৮
গৈলন্ত শঙ্কৰ পাচে পশ্চিমক প্ৰতি।
সমস্তে তীৰ্থতে স্নান কৰি মহামতি॥

আলিনাম নগৰত ৰহিলন্ত ষাই।
এক সন্ন্যাসীয়ো বাসা লৈলা সেহি ঠাই॥ ৫৫৯
নানা দ্ৰব্য কিনি আনি ভোজন কৰিলা।
কৃষ্ণৰ চৰিত্ৰ কথা কহিবে লাগিলা॥
শঙ্কৰৰ মুখে কৃষ্ণকথা শুনিলন্ত।
সংস্কৃতে সন্ন্যাসী বচন বুলিলন্ত॥ ৫৬০
শঙ্কৰে বোলন্ত ইটো সন্ন্যাসী পণ্ডিত।
পুছিলন্ত শঙ্কৰে বুলিয়া সংস্কৃত॥
দুইকো দুই আপুনাৰ নাম কহিলন্ত।
সন্ন্যাসী বোলন্ত মোৰ শুনিয়ো বৃত্তান্ত॥ ৫৬১
আছা ৰূপ সনাতন পৰম ভকত।
বৈৰাগ্য তেজিলা ৰাজ্যভোগ আছে যত॥
বৃন্দাবনে আনন্দে আছন্ত দুই ভাই।
হাতত মন্দিৰা কৃষ্ণলীলা গুণ গাই॥ ৫৬২
কেৱল ভক্তিৰ ভাগ কহিলা যুগুতি।
অনন্তৰে শঙ্কৰে পুছিলা তাঙ্ক মাতি॥
কেৱল ভক্তিৰ ভাগ কহিলা আপুনে।
সন্ন্যাসীৰ ধৰ্ম্মক ধৰিলা কি কাৰণে॥ ৫৬৩
বোলন্ত শুনিয়ো মোৰ বচন প্ৰবাসী।
সন্ন্যাসীৰ বেশ মাত্ৰ মুহিকো সন্ন্যাসী॥

শঙ্কৰৰ সন্ন্যাসীৰ সম্বাদ উত্তম।
শুনিছা ভকত সবে পৰিয়া নিঝম॥ ৫৬৪
শেষ প্ৰহৰৰ নিশি নিদ্ৰা কৰিলন্ত।
ৰজনী প্ৰভাতে উঠি সন্ন্যাসী গৈলন্ত॥
অনন্তৰে ৰাম ৰাই বুলিলা বচন।
শুনা দাদা আমি যাওঁ আজি বৃন্দাবন। ৫৬৫
গোকুল যমুনা আদি গিৰি গোবৰ্দ্ধন।
দেখিবোঁ কৃষ্ণৰ ক্ৰীড়া স্থান বৃন্দাবন॥
যাইবোঁ বুলি শঙ্কৰেও দিলন্ত সম্মত।
পূৰ্ব্ব কথা মাধৱৰ পৰিলা মনত॥ ৫৬৬
শঙ্কৰদেৱৰ পত্নী লক্ষ্মী সম সতী।
মাধৱক বিৰলে বুলিলা পূৰ্ব্বে মাতি॥
শুনিয়ো মাধৱ তুমি মোহোৰ বচন।
কদাচিতো প্ৰভুক নেনিবা বৃন্দাবন॥ ৫৬৭
শুনি আছোঁ ৰাই বৃন্দাবনক যাইবন্ত।
আমাৰ গোঁসাই গৈলে ফিৰি নাসিবন্ত॥
ঈশ্বৰ মানিয়া সেৱা কৰোঁ প্ৰতিনিত।
কায়বাক্যমনে মোৰ প্ৰভুতেসে চিত্ত॥ ৫৬৮
জানিবা মাধৱ মোৰ বচন কৰিবা।
কদাচিতো তুমি বৃন্দাবনক নযাইবা॥

তুমি নগৈলাতে তাৰা সবো নযাইবন্ত ।
নিশ্চয় বুলিলোঁ ঘৰে ফিৰি না'সবন্ত ॥ ৫৬৯
আৰো কেন মন্ত্রে মঞি যাঞো বৃন্দাবন ।
মাধৱ চলচ্ছদ্মে হেন বুলিলা বচন ॥
তোৰা সবে যাৱা মঞি ন যাওঁ স্বৰূপত ।
থাইবে দ্রব্য বিত্ত মোৰ নাহিকে লগত ॥ ৫৭০
হেন শুনি ৰাই পাচে বুলিলা বচন ।
শুনিযোক মাধৱ তোমাক দিবো ধন ॥
যতখানি বিত লাগে তজু খৰ্চিবাক ।
নিষ্ট কৰ বোলো মঞি দিবোঁহো তোমাক ॥ ৫৭
মাধৱে বোলন্ত বিত্ত দিবাহা খৰ্চিবোঁ ।
ঘৰে আসি পাচে কোন উপাই সুজিবোঁ ॥
ৰাই বোলে এড়িলোঁ নেদিবা বিত্তক ।
আসা গৈযা দেখো বৃন্দাবন গকুলক ॥ ৫৭২
শঙ্কৰে মাতন্ত পাচে মাধৱক চাই ।
ভাল বচনক বুলিলন্ত ৰাম ৰাই ॥
আসা একেলগে সৱে যাঞো বৃন্দাবন ।
আছা বৃন্দাবন দাস হৈবো দৰিশন ॥ ৫৭৩
যি সব ভক্তিৰ ভাৱ ক'ৰবোঁ বেকত ।
হুই নুই পুছি তান্তে লৈবোঁহো সম্মত ॥

শুনিয়া মাধৱে মাতিলন্ত গল ভৰি।
নযাইবোঁ নযাইবোঁ বুলিলোঁহো দৃঢ় কৰি॥ ৫৭৪
আছা বৃন্দাবন দাস পুছিবো কথাক।
তেহে হুই বোলে যেবে মানিবো তোমাক॥
যদি নুহি বোলে তেবে তোমাক তেজিবোঁ।
বৃন্দাবন দাস মুখে শংসয় ছেদিবোঁ॥ ৫৭৫
তোমাৰ কথাত আছে শংসয় মনত।
গুচাইবো শংসয কথা পুছিয়া আনত॥
এহি কাৰ্য্যে আ স আছোঁ তোমাৰ লগত।
নযাইবোঁ নযাইবোঁ বাপ বুলিলোঁ নিশ্চিত।৫৭৬
মাধৱৰ দৃঢ় কক্ষা সবেশ্ব শুনিলা।
ৰাইক সম্বোধি পাচে শঙ্কৰে বুলিলা॥
মাধৱ নগেলে মঞি নপাৰোঁ যাইবাক।
যেন লাগে কৰা ৰাই বুলিলো তোমাক॥ ৫৭৭
বৃন্দাবনো যাই সবে ক্ষেত্ৰে আসিলন্ত।
জগন্নাথ ক্ষেত্ৰে কতো দিন বঞ্চিলন্ত॥
চৈতন্য গোঁসাঞি তথা ভৈলা দৰিশন।
দুইকো দুই চাহিলা নাহিক সম্ভাষণ॥ ৫৭৮
মুহূৰ্ত্তেক মান দুই চাহি আছিলন্ত।
নিবৰ্ত্তিয়া আসি বাসা ঘৰে আসিলন্ত॥

যত মুখ্য পাণ্ডা সবে দেখি শঙ্কৰক।
কৰিলা সৎকাৰ দিয়া মহা প্ৰসাদক ॥ ৫৭৯
ভকত গণৰ সঙ্গে ৰঙ্গে ভুঞ্জিলন্ত।
পৰম আনন্দে কতোদিন বঞ্চিলন্ত।
জগন্নাথ প্ৰণমিয়া বিদায় কৰিল।
মুখ্য পাণ্ডা সবে আসি আগবঢ়াই থৈল ॥ ৫৮০
পুনু নিজ গৃহে আসি পাইলন্ত শঙ্কৰ।
মিলিল আনন্দ দেখি বন্ধু সমস্তৰ ॥
পূৰ্ব্বৱতে কৃষ্ণকথা সৱে পাতিলন্ত।
সমস্তে ভকত সমে ৰঙ্গে ৰহিলন্ত ॥ ৫৮১
শুনা সাধুজন কথা আত অনন্তৰ।
যেন মনে বংশাৱলী পাইলন্ত শঙ্কৰ।
পৰম পণ্ডিত নাম কণ্ঠ যে ভূষণ।
বেদান্ত পঢ়িবে গৈলা বাৰাণশী থান ॥ ৫৮২
আছন্ত সন্ন্যাসী তান নাম ব্ৰহ্মানন্দ।
বেদান্ত পঢ়ান্ত তথা কৰিয়া আনন্দ ॥
ষাঠি যে সওৰি ছাত্ৰে বেদান্ত পঢ়য়।
ভাগৱত শাস্ত্ৰৰ প্ৰসঙ্গ ভৈলা তয় ॥ ৫৮৩
ব্ৰহ্মানন্দে ভাগৱত শ্লোক তুলিলন্ত।
নিশবদে ছাত্ৰ সবে শুনিয়া আছন্ত ॥

কণ্ঠ ভূষণে পঢ়িলন্ত সবাতো আগে।
পঞ্চিশে চল্লিশে শ্লোক তোলা একেলগে ॥ ৫৮৪
শুনি সন্ন্যাসীৰ মহা বিস্ময় মনত।
তোমাৰ বাক্যত তেবে পঢ়োঁ ভাগৱত ॥
কণ্ঠ ভূষণে শুনিয়া হৰিষে কহন্ত।
আমাৰ ৰাজ্যত এক বৈষ্ণব আছন্ত ॥ ৫৮৫
ভাগৱত শাস্ত্ৰ তেন্তে কৰিয়া বিচাৰ।
পদবন্ধে ভাগৱত কৰিলা প্ৰচাৰ ॥
স্ত্ৰীয়ে শূদ্ৰে গাৱে শুনে পৰম আনন্দে।
পৰম বিস্ময়ে মাতিলন্ত ব্ৰহ্মানন্দে ॥ ৫৮৬
তান কিবা নাম কহা যে কণ্ঠ ভূষণ।
কেন বা কৰিছা পদ শুনো দিয়া মন ॥
কণ্ঠ ভূষণে পদ গাইবাক লৈলন্ত।
অশ্বত্থ মূলত বসি আছা ভগৱন্ত ॥ ৫৮৭
ভকতিৰ তত্ত্ব কহিলন্ত উদ্ধৱত।
যাক হৰি কহি আছা ব্ৰহ্মাৰ আগত ॥
মহা ভাগৱত কথা একাদশ স্কন্ধ।
পৰম সন্তোষ ভৈলা শুনি ব্ৰহ্মানন্দ ॥ ৫৮৮
কণ্ঠভূষণে পদ গাইলন্ত হৰিষে।
সবাৰো মনত যেন অমৃত বৰিষে ॥

সন্ন্যাসী পুছিলা কণ্ঠ ভূষণত পাচে।
মহা পুৰুষ সিটো কোন দিশে আছে ॥ ৫৮৯
কোন ৰূপে দেখা দিয়া আছন্ত লোকত।
স্বৰূপ কৰিয়া কহা মোহোৰ আগত ॥
কণ্ঠ ভূষণে শুনিয়া কহিলা সমস্ত।
ৰূপ গুণ ধৈয্য শাস্ত্ৰপৰাক্ৰম যত ॥ ৫৯০
যি দিশে আছন্ত সিটো দিশ দেখাইলন্ত।
মনত হৰিষে পাচে সন্ন্যাসী বোলন্ত ॥
কণ্ঠ ভূষণ শুনা মোহোৰ বচন।
মহা পুৰুষৰ যেন কহিলা লক্ষণ ॥ ৫৯১
দুই খানি হস্ত মাত্ৰ দেখাইলা লোকত।
গুপ্ত কৰি থাকিলন্ত আউৰ দুই হস্ত ॥
যি দিশত আছা মহা পুৰুষ শঙ্কৰ।
সি দিশক সন্ন্যাসী কৰিলা নমস্কাৰ ॥ ৫৯২
নমস্কাৰ কৰি মহা মান্য কৰিলন্ত।
কণ্ঠ ভূষণক পাচে বাক্য বুলিলন্ত ॥
হেনয় পুৰুষ পাই কি কাৰ্য্যে এড়িলা।
বেদান্ত পঢ়িবে তুমি কি কাৰ্য্যে আসিলা ॥ ৫৯৩
সমস্ত বেদান্ত সাৰ শ্ৰীভাগৱত।
যাহাৰ মিলিল ৰতি ইহাৰ ৰসত ॥

অন্যত্র ৰসতে আৰ নাহিকে তৃপিতি।
পৰম কঠিন ইটো বেদান্ত সম্প্ৰতি॥ ৫৯৪
নপঢ়িবা আক মোৰ বাক্য শুনিয়োক।
আমি কিবা সন্দেশ দিবোঁহো শঙ্কৰক।
বংশাৱলী নামে এক আনিলা পুস্তক॥ ৫৯৫

কণ্ঠ ভূষণক দিয়া বুলিলা আশেষ।
শঙ্কৰক দিবা নিয়া আমাৰ সন্দেশ॥
এতেক বোলন্তে প্ৰেম উপজিলা আসি।
সজল নয়নে মৌন ভৈলন্ত সন্ন্যাসী॥ ৫৯৬

কণ্ঠ ভূষণে নমস্কাৰ কৰিলন্ত।
ৰত্নাৱলী পায়া আতি শীঘ্ৰে লৰিলন্ত॥
শুনা সভাসদ পদ থিৰ কৰি মন।
সন্ন্যাসীৰ দেখা কেন গৌৰব বচন॥ ৫৯৭

মহন্তৰ মান মহাজনেসে জানয়।
যেন সুবৰ্ণৰ বৰ্ণ বণিয়া চিনয়॥
পূৰ্ব্বে দেৱগণে নাম গুপ্ত কৰি থৈলা।
শঙ্কৰ স্বৰূপে আসি বেকত কৰিলা॥ ৫৯৮

মহা সুখে গাৱে শুনে যত নৰ নাৰী।
শঙ্কৰৰ গুণ কোনে বৰ্ণাইবাক পাৰি॥

লোকক কৃপাযে হৰি ভৈলন্ত বেকত।
হৰি ভক্তি দান দিযা তাৰিলা জগত ॥৫৯৯
হেন প্ৰাণ বন্ধু কৃষ্ণ দৈৱকী তনয়।
মঞিও অধমত প্ৰভু হুইযোক সদয ॥
মহা জ্ঞান শূন্য মঞি মূৰ্খত প্ৰধান।
শঙ্কৰ চৰিত্ৰ পদে কৰিলোঁ ব্যাখ্যান ॥ ৬০০
হৌক আদৰণি পদ মহন্ত সবাৰ।
কৃষ্ণৰ কৃপাত হৌক জগতে প্ৰচাৰ ॥
মহা পুৰুষৰ লীলা অমৃত সাগৰ।
শুনা সভাসদ কৰ্ণ ভৰি নিৰন্তৰ ॥ ৬০১
নমো নমো কৃষ্ণ প্ৰভু অগতিৰ গতি।
তোমাৰ চৰণে মোৰ নিমজ্জোক মতি ॥
বচনে নেড়োক সদা তজু গুণ নাম।
নিস্তৰো তেবেসে বোলা ৰাম ৰাম ৰাম ॥ ৬০২

—o—

কণ্ঠ ভূষণ ভৈল ৰঙ্গ মন
পায়া পুথি ৰত্নাৱলী।
শঙ্কৰ দেৱক দেখিবাক মন
শীঘ্ৰ বেগে আসে চলি ॥

কেতিখনে যাই  দেখে শঙ্কৰক
হেনসে খেদ মনত।
কতোদিনে আসি  প্ৰবেশ ভৈলন্ত
বড়পেটা নগৰত ॥ ৬০৩
বড়পেটা গ্ৰাম  অতি অনুপাম
তহিতে আছা শঙ্কৰ।
তাহান গৃহত  ভৈল উপগত
হৰিষতে বিপ্ৰবৰ ॥
ভকতক পাই  বুলিলন্ত চাই
শুনিয়ো তুমি ভকত।
দেখিবাক লাগি  আসি আছোঁ আমি
কৈয়ো গৈয়া শঙ্কৰত ॥ ৬০৪
ভকতে কহিলা  শঙ্কৰো আসিলা
মনত পৰম তুষ্টি।
দেখি শঙ্কৰক  ৰঙ্গে বিপ্ৰ বৰে
ধৰিলা আসি সাবটি ॥
শৰীৰৰ ৰোম  ভৈল ঊৰ্দ্ধগামী
বহে নয়নৰ জল।
গদগদ বাক্যে  বোলন্ত দেখিলোঁ
কৰিলোঁ জন্ম সফল ॥ ৬০৫

বচনে আশ্বাস কৰিলা শঙ্কৰ
বসিলন্ত আসনত।
ভকতে ধুৱাইলা ব্ৰাহ্মণৰ ভৰি
দূৰ গৈল শ্ৰম যত॥
কণ্ঠ ভূষণত পুছিলা শঙ্কৰ
পঢ়িলা তুমি বেদান্ত।
কোনবা গুৰুত অভ্যাসিলা শাস্ত্ৰ
কহিয়ো সবে বৃত্তান্ত॥ ৬০৬
কণ্ঠ যে ভূষণে মধুৰ বচনে
কহিলা সমস্ত কথা।
শঙ্কৰৰ যেন সম্বাদ মিলিল
সন্ন্যাসীৰ আগে তথা॥
তজু যশ ৰাশি শুনিয়া সন্ন্যাসী
ভৈলন্ত ৰৱ আনন্দ।
দিশ লক্ষি পাচে প্ৰণাম কৰিলা
সন্ন্যাসী যে ব্ৰহ্মানন্দ॥ ৬০৭
ভকতো পৰম পণ্ডিতো উত্তম
সন্ন্যাসী আতি বিশেষ।
তোমাত সাদৰি পুথি ৰত্নাৱলী
দিলন্ত হেন সন্দেশ॥

এহি বুলি উঠি পুথি ৰত্নাৱলী
শঙ্কৰৰ হাতে দিলা।
পুষ্প তাম্বুলক বসন লভিয়া
ব্ৰাহ্মণ ঘৰক গৈলা ॥৬০৮
মাধৱক মাতি বুলিলা শঙ্কৰ
পঢ়িয়া পুথি আপুনি।
কোন গ্ৰন্থ ইটো পুথি ৰত্নাৱলী
সাৱধানে থাকোঁ শুনি ॥
মাধৱে পঢ়ন্ত শঙ্কৰে শুনন্ত
অতি মহা ৰঙ্গমন।
প্ৰথমৰে পৰা পঢ়িয়া নিলন্ত
আঠ নৱ বিৰচন। ৬০৯
মাধৱক মাতি বুলিলা শঙ্কৰ
ভাল গ্ৰন্থ ৰত্নাৱলী।
বিষ্ণু পুৰি মহা যত্ন কৰিলন্ত
বাৰ্হ কাণ্ডে সাৰ তুলি ॥
ভকতৰ ইটি পৰম সৰ্ব্বস্ব
অমূল্য ইটি ৰতন।
কিন্তু শিৰ ভাগ নাহিকে গ্ৰন্থৰ
কৃষ্ণৰ এক শৰণ ॥ ৬১০

পুস্তকৰ শেষ পঢ়িয়ো মাধৱ
কেনবা আছন্ত কৰি।
শুনিয়া মাধৱে পঢ়িবে লাগিলা
মনত ৰঙ্গে সাদৰি॥
কৃষ্ণৰ শৰণ কথা বিৰচন
পঢ়িয়া একান্ত মতি।
বিষ্ণু পুৰি কৃত পুথি ৰত্নাৱলী
কৰিলন্ত সমাপতি॥ ৬১১
কৃষ্ণৰ শৰণ এক বিৰচন ভকতিক
শ্ৰীমন্ত শঙ্কৰে শুনিলন্ত।
সবাকে সম্বুধি পাচে বিষ্ণু পুৰি সন্ন্যাসীক
আনন্দে প্ৰশংসা কৰিলন্ত॥
সাধু সাধু বিষ্ণুপুৰি আতি বৰ যত্ন কৰি
প্ৰচাৰিলা কৃষ্ণ গুণ যশ।
বাৰ্হ কন্ধ বিচাৰিয়া ভক্তিচয় প্ৰকাশিয়া
ভকতৰ পৰম সৰ্ব্বস্ব॥ ৬১২
মাধৱক চাই পাচে কোমল মধুৰ বাক্যে
শঙ্কৰে বুলিলা এহি বাণী।
ভক্তি ৰত্নাৱলী গ্ৰন্থ পদ আৰ কৰিয়োক
পঢ়োক শুনুক সবে প্ৰাণী॥

ভক্তি ৰত্নাৱলী ভাষ্য    পৰম ৰহস্য গ্ৰন্থ
আৰ অৰ্থ বুঝন দুষ্কৰ।
পদ বন্ধে কৰিয়োক    লোকত প্ৰচাৰ হৌক
শুনি নিস্তাৰোক সবে নৰ॥ ৬১৩
নমস্কাৰ কৰি পাচে    মাধৱে বুলিবে লৈলা
ইটো শক্য নাহিকে আমাৰ।
তোমৰা কৰিয়ো পদ    তেবেসে সুন্দৰ হৈবে
প্ৰশংসনি পণ্ডিত সবৰ॥
শঙ্কৰে বোলন্ত তুমি    পদ আৰ কৰিয়োক
নিশ্চয় বুলিলোঁ মঞি কাজ।
কোমল মধুৰ আতি    অমৃত সমান হৈবে
শুনিবেক পণ্ডিত সমাজ॥ ৬১৪
ভক্তি ৰত্নাৱলী গ্ৰন্থ    পদবন্ধে নিবন্ধিলে
সবাৰো বিস্ময় হুইবে মনে।
পঢ়িবে শুনিবে যত্নে    লোকত প্ৰকাশ হুইবে
সাদৰিবে যত মহাজনে॥
শঙ্কৰৰ বাণী শুনি    মাধৱে মনত গুণি
পৰম হৰিষ আতি ভৈলা।
-ৰত্নাৱলী গূঢ় গ্ৰন্থ    বিচাৰি তাহাৰ অৰ্থ
পদবন্ধ কৰি প্ৰকাশিলা॥ ৬১৫

ৰত্নাৱলী পদ শুনি সবাৰো বিস্ময় মন
যিটো অৰ্থ আছয় শ্লোকত।
গুৰুবাক্য শিৰোগত কৰিয়া মাধৱে আনি
নিবন্ধিলা সমস্তে পদত॥
মাধৱৰ গুণ চয় বৰ্ণাইবেক কোনজন
শঙ্কৰৰ সদৃস শকতি।
শিষ্য গুৰু ভাৱ হুয়া লোক সবে নিস্তাৰিলা
প্ৰকাশিয়া হৰিৰ ভকতি। ৬১৬
শুনিয়োক সৰ্ব্বজন কৃষ্ণ পদে দিয়ো মন
শঙ্কৰ চৰিত্ৰ কথা সাৰ।
বিষয়ত আশা এড়ি ইহাত বিশ্বাস কৰি
অনায়াসে তৰিয়ো সংসাৰ॥
শঙ্কৰ দেৱৰ কৃপা দেখিয়োক কেন মহা
মাধৱক আদেশ কৰিলা।
গুৰুবাক্য শিৰোগত কৰিয়া মাধৱে ৰঙ্গে
আনন্দে ভক্তিক প্ৰবৰ্ত্তাইলা॥ ৬১৭
শ্ৰীমন্ত শঙ্কৰদেৱ বৈকুণ্ঠক গৈলা যেবে
মাধৱ ৰহিলা পৃথিবীত।
সিটো পদ ভটিমাক বিস্তৰ কৰিয়া আতি
ভকতিক কৰাইলা বিদিত॥

তাম্ভি কুঞ্চি নাম গ্ৰামে সত্ৰ পাতিলন্ত ৰঙ্গে
দেৱগৃহ নিৰ্ম্মিলা তহিত।
সমস্তে লোকক চানি ভকতিক প্ৰবৰ্ত্তাইলা
ইটো কথা বিদিত সবাত॥ ৬১৮
শ্ৰীশঙ্কৰ মাধৱক দেখিলন্ত যিটো লোক
কথা শুনি তাসম্বাৰ মুখে।
পাপ কৰি মসিমূৰ সংশয় কৰিয়া দুৰ
সংসাৰ তৰিয়া গৈল সুখে॥
শঙ্কৰৰ মাধৱৰ চৰিএক যিটো নৰ
কৰে সদা শ্ৰবণ কীৰ্ত্তন।
পাপত মুকুত হুয়া অন্তকালে পাইব গৈয়া
মহাসুখে বৈকুণ্ঠ ভুবন॥ ৬১৯
নমো নমো কৃষ্ণদেৱ দৈবকী নন্দন প্ৰভু
মঞি অধমক কৰা দায়া।
তজু পদপঙ্কজত সদা নিমজ্জোক মন
দূৰ কৰা মোৰ মোহ মায়া॥
তোমাৰে মায়ায়ে হৰি ফুৰাৱে আকুল কৰি
দুখময় ইটো সংসাৰত।
বোলোঁহো কাকুতি কৰি মায়া দূৰ কৰি হৰি
ৰাখা মন তজু চৰণত॥ ৬২০

ক্ৰোধ কৰি চক্ৰ ধৰি যাক প্ৰাণে বধা হৰি
সিয়ো তজু ৰূপে লীন হোৱে।
তোমাৰ ক্ৰোধক হ'ৰ আন দেৱতাৰ বৰে
কদাচিতো সমতুল্য নোৱে॥
ত্ৰহি জানি কৃপাময় চৰণে শৰণ লৈলোঁ।
নকৰিবা মোৰ আশা ভঙ্গ।
মোৰ নিজ কৰ্ম্মফলে যৈতে তৈতে হৌক জন্ম
দিয়া তজু ভকতৰ সঙ্গ। ৬২১
তজু ভকতৰ সঙ্গে তৱ কথামৃত শুনি
মন শান্ত কৰিবোঁ আমাৰ।
দৈবকী নন্দন প্ৰভু কৃষ্ণদেৱ জয় জয়
কৰা ঘোৰ সংসাৰে উদ্ধাৰ॥
তজু চৰণত ধৰোঁ এতেক কাৰ্পণ্য কৰোঁ
মোৰ মুখে নাচাড়োক নাম।
দ্বিজ ভূষণে যে কহে কলি পাপ নামে দহে
নিৰন্তৰে বোলা ৰাম ৰাম॥ ৬২২



জয় জয় কৃষ্ণ প্ৰভু দৈৱকী নন্দন।
ব্ৰহ্মা মহেশ্বৰো সেৱে যাহাৰ চৰণ॥

পৰম পতিতো তৰে যাৰ লৈলে নাম।
হেনয় কৃষ্ণৰ পদে সহস্র প্রণাম॥ ৬২৩
নমো নমো নাৰায়ণ জগত কাৰণ।
হুয়ো কৃপাময় মঞি পাপীত প্রসন॥
মহা মূৰ্খ হুয়া মূঢ়মতি আতি দম্ভ।
শঙ্কৰ চৰিত্র পুনু কৰিলোঁ আৰম্ভ॥ ৬২৪
ইটো মোৰ দোষ ক্ষমি মহন্ত সকলে।
যাৰ ইচ্ছা আছে শুনা মহা কুতুহলে॥
মাধৱ নাৰায়ণ দুই সখি কৰিলন্ত॥
যেন মতে নাৰায়ণে লোক মিলাইলন্ত॥ ৬২৫
নৰ নাৰায়ণে নিয় ইলন্ত শঙ্কৰক।
কথায়ে জিনিলা সবে পণ্ডিত সবক॥
নাৰায়ণ গোকুলচান্দ দুই মহন্তক।
নৰ নাৰায়ণে দুইকো দিলেক ভোটক॥ ৬২৬
শুনি শঙ্কৰৰ দুখে নসহয় হিয়া।
নেনিলেক ভোটে দেৱ মানুষ বুলিয়া॥
পৃথিবী এড়িয়া যেবে শঙ্কৰ গৈলন্ত।
সত্র পাতি ভকত যথাত বঞ্চিলন্ত॥ ৬২৭
কথাৰূপে প্রপঞ্চিয়া নিশেষে কহয়।
পদবন্ধে নিবন্ধিলে বাহুল্য হোৱয়॥

সংক্ষেপ কৰিয়া এবে শুনিয়ো সম্প্ৰতি।
ভনে দ্বিজ ভূষণে গোবিন্দ পদে মতি ॥ ৬২৮
মহাৰঙ্গে কথা কহি থাকন্ত শঙ্কৰে।
হৰিষতে শুনন্ত ভকত নিৰন্তৰে ॥
পুৰাণ ভাৰত ৰামায়ণ ভাগৱত।
কথাৰূপে কহি সবে থাকন্ত সমস্ত ॥ ৬২৯
পূৰ্ব্বে নাৰায়ণে শঙ্কৰক লাগ পাইলা।
শুনা যেন মতে আনি ভকত মিলাইলা ॥
জয়ন্তীৰ মাধৱক আনিবাক মনে।
গৈলা নাৰায়ণ পাচে শঙ্কৰ বচনে ॥ ৬৩০
মাধৱক আগে নাৰায়ণ নমিলন্ত।
মাধয়ো আনন্দে উঠি আসন দিলন্ত ॥
বসিলন্ত নাৰায়ণ মাধৱে পুছিলা।
কোন গ্ৰামে থাকা তুমি কি কাৰ্য্যে আসিলা ॥ ৬৩১
মাধৱে পুছিলা নাৰায়ণে কহিলন্ত।
বড়পেটা গ্ৰামে তথা শঙ্কৰ আছন্ত ॥
হালধীয়া গ্ৰাম হন্তে উজাই আসিলোঁ।
মহা ভাগ্যে শঙ্কৰ দেৱক লাগ পাইলোঁ ॥ ৬৩২
শঙ্কৰৰ আগে কৈলোঁ তোমাৰ কথাক।
তান বাক্যে আসিয়াছোঁ তোমাক নিবাক ॥

শুনিয়া মাধৱ্ব বৰ আনন্দ ভৈলন্ত।
পুষ্পে যে তাম্বুলে তাঙ্ক অৰ্চ্চা কৰিলন্ত ॥ ৬৩৩
শঙ্কৰৰ পাশে চলি গৈলা তেতিক্ষণে।
কৰিলা প্ৰণাম পৰি শঙ্কৰ চৰণে ॥
শঙ্কৰে মধুৰ বাক্যে অশ্বাস কৰিলা।
মনত সন্তোষে পাচে আসনে বসিলা ॥ ৬৩৪
শঙ্কৰে হৰিষে প'চে বুলিলা বচন।
তোমাৰ কথাক ক'হলন্ত নাৰায়ণ ॥
পঠাইলোঁহা মাতি আতি শীঘ্ৰে আসিয়োক।
আমিয়ো দেখোঁহো আমাক দেখন্তোক ॥ ৬৩৫
শঙ্কৰৰ বাক্যে মহা আনন্দ লভিলা।
উপদেশ পাই ৰঙ্গে কৃষ্ণক ভজিলা ॥
শঙ্কৰ মাধৱে যত কথা ভৈলা তয়।
নকৰিলোঁ পদ আৰ বাহুল্যক ভয় ॥ ৬৩৬
এক বুঢ়াৰ পুত্ৰক যে পৰমানন্দক।
আনিলন্ত নাৰায়ণে শঙ্কৰ পাশক ॥
তিনি কাউণ কড়ি তেহো পৰৰ ধাৰত।
আপুনাৰে দিয়া নাৰায়ণে সুজিলন্ত ॥ ৬৩৭
সিমলিয়া গ্ৰামে তথা শ্ৰীৰাম আছন্ত।
একেশ্বৰে জানি নাৰায়ণে বুলিলন্ত ॥

আমাৰ লগত চলা বড়পেটা গ্ৰামে।
শুনিয়া কোমল বাক্যে বুলিলা শ্ৰীৰামে ॥ ৬৩৮
পৰৰ মুনিষ দিবোঁ বুলি আছোঁ বাক।
তাৰা এড়ি দিলে মঞিও পাৰো যাইবাক ॥
কেন মতে বাক্য এড়ি যাইবোঁ তজু সঙ্গে।
হাৰাইবেক ধান মন্দ বুলিবেক খঙ্গে ॥ ৬৩৯
মুনিষৰ ধান নতু ঘৰক আনন্ত।
বাক্য বৃথা হুবে বুলি বচন নেৰন্ত ॥
গৃহস্থে বোলন্ত কোপ নাহিক মনত।
যায়োক সত্বৰে নাৰায়ণৰ লগত ॥ ৬৪০
যাইবোঁ বাক্য বুলিলা শ্ৰীৰাম মহাৰঙ্গে।
নাৱে তুলি নিবা মোক যাইবোঁ তজু সঙ্গে ॥
পৰ উপকাৰ অৰ্থে ধান কাটিলন্ত।
নাৱে তুলি নাৰায়ণে শীঘ্ৰ আনিলন্ত ॥ ৬৪১
শঙ্কৰৰ পাশে গৈয়া শ্ৰীৰামে ভেণ্টিলা।
কৃত্যকৃত্য ভৈলোঁ বুলি মনত মানিলা ॥
নিৰাসিক নিৰপক্ষ আদি গুণ যত।
শ্ৰীৰামত আছে জানে প্ৰশংসে সমস্ত ॥ ৬৪২
বিয়াসৰ পালি বলো ৰাম আছিলন্ত।
লগ পায়া নাৰায়ণে তাকো আনিলন্ত ॥

থিৰা যে মণ্ডল নামে গৃহস্থ আছই ।
মুকুন্দ গোপাল মাধৱৰ তিনি ভাই ॥ ৬৪৩
নাৰায়ণে তিনিয়ো জনক নিলা তথা ।
ৰৈলা শঙ্কৰৰ মুখে শুনি হৰিকথা ॥
জঁটিৰাম নামে এক জনক নিলন্ত ।
শঙ্কৰৰ আগে তান জঁট কাটাইলন্ত ॥ ৬৪৪
কাটা জঁট তুলি লৈলা ঝুলিৰ ভিতৰ ।
কোনো এক দিন তাক দেখিলা শঙ্কৰ ॥
কিবা বস্তু বুলিয়া পুছিলা হৰিষতে ।
জঁটিৰামে বোলে জঁটা থৈয়াছোঁ ঝুলিতে ॥ ৬৪৫
ব্ৰহ্মপুত্ৰতীৰ্থত পেহ্লাইবে মোৰ মন ।
শঙ্কৰে বোলন্ত হাঁসি শুনা নাৰায়ণ ॥
বাহিৰৰ জঁট জটিৰামৰ কাটাইলা ।
ভিতৰত জঁট আছে কথাক শুনিলা ॥ ৬৪৬
কথাৰ আশয় জঁটিৰামে বুঝিলন্ত ।
দেৱতীৰ্থ ধৰ্ম্মত বিশ্বাস এড়িলন্ত ॥
আনো যত ভকতক নাৰায়ণে পাইলা ।
শঙ্কৰ দেৱৰ পাশে হৰিষে মিলাইলা ॥ ৬৪৭
সবাকো সম্বোধি কথা শঙ্কৰে কহন্ত ।
গোঁসাই দামোদৰে তথা কথাক শুনন্ত ॥

দেখি নাৰায়ণে শঙ্কৰত পুছিলন্ত।
কহিয়োক শুনো বাপ ইহাৰ বৃত্তান্ত॥ ৬৪৮
কোন গ্ৰামে থাকন্ত ইহাৰ কিবা নাম।
মহা ধৈৰ্য্যৱন্ত মতি আতি অনুপাম॥
শঙ্কৰে বোলন্ত শুনিয়োক নাৰায়ণ।
দামোদৰ নাম এন্তে উত্তম ব্ৰাহ্মণ॥ ৬৪৯
কৰন্ত কিৰিষি তাত নাহি আসকতি।
কৃষ্ণৰ কথাত আন নিমজ্জিলা মতি॥
প্ৰসঙ্গত বসি কৃষ্ণ কথাক শুনন্ত।
কিৰিষি বিষয় সুখ সবে এড়িলন্ত॥ ৬৫০
আছিলেক পত্নী তেহো গৈল পৰলোক।
কিঞ্চিতেক মান মনে নকৰিলা শোক॥
এক মাসা বিত্ত আনি আমাক দিলন্ত।
পূৰ্ব্বাপৰে সুখ দুখ সবে কহিলন্ত॥ ৬৫১
মঞি বোলোঁ ইটো বিও তোমাৰা নিয়োক।
ভাল কন্যা জিজ্ঞাসিয়া বিহা কৰিয়োক॥
যিমান পাৰোঁহো মঞি হৈবোঁহো সহাই।
বোলন্ত কৰিবে বিহা মনে ইচ্ছা নাই॥ ৬৫২
মৰিলেক পত্নী আত আনন্দ পাইলঞ।
ভাতৃ পুত্ৰ পত্নী আছে তাক এড়িলঞ॥

মহন্তৰ মুখে শুনিবোঁহো কৃষ্ণ কথা।
কি কাৰ্য্যে ব্ৰাহ্মণ জন্ম কৰিবোঁহো বৃথা॥ ৬৫৩
বোলোঁ দামোদৰ মোৰ কথা শুনিয়োক।
এহি বিত ভঙ্গাই কিছো ধান্য কিনিয়োক॥
কৃষ্ণৰ কথাত যেবে নিমজ্জিবে মন।
অযত্নে আসিয়া তেবে মিলিবন্ত ধন॥ ৬৫৪
পাঞ্চবিধ মোক্ষ ফুৰৈ ভক্তৰ পাচত।
সুখ দুখ পুৰুষৰ কাল কৰ্ম্ম গত॥
এহি গ্ৰামে থাকা মঞি চিনাইলোঁ তোমাক।
কতেক কহিবোঁ মঞি ইহান কথাক॥ ৬৫৫
দামোদৰময় হুইবে সমস্তে জগত।
বহু ব্ৰাহ্মণ কৃষ্ণত হুইবেক ভকত॥
লভিবা আনন্দ আনে উপদেশ পাই।
সত্ৰ পাতি ভক্তি প্ৰবৰ্ত্তাইবা ঠাই ঠাই॥ ৬৫৬
সিটো বেদবাক্য ভৈলা প্ৰমাণ সম্প্ৰতি।
গোঁসাই দামোদৰ নাম জগত প্ৰখ্যাতি॥
আত্ম পৰ ভেদ শূন্য পৰম মহন্ত।
দৰশনে সমস্তে পাতেক হোৱে হত॥ ৬৫৭
চৰণত পৰি যিটো কৰে নমস্কাৰ।
যমে বোলে মোৰ তাত নাহি অধিকাৰ॥

ধৰি উপদেশ যদি কৰয় ভকতি।
অনায়াসে লভিবেক ভকতি মুকুতি ॥ ৬৫৮
ইটো কথা থাকোক শুনিযো অনন্তৰ।
পূৰ্ব্বৰ্ত্তে কথা কহি আছন্ত শঙ্কৰ ॥
সেহি বেলা চাৰি ৰাজদূত উপগত।
প্ৰণামিয়া কথা কহে শঙ্কৰ আগত ॥ ৬৫৯
হেড়ম্ব দেশৰ ৰাজা পঠাইছে আমাক।
অনেক ভকতিভাৱে নিবাক তোমাক ॥
কৃষ্ণত শৰণ লৈবে কৰিছা যতন।
বিলম্ব নকৰি বাপ চলিয়ো এখন ॥ ৬৬০
দূতৰ বিশেষ বাক্য শঙ্কৰে শুনিলা।
মাধৱক চাহি পাচে বচন বুলিলা ॥
উঠিয়ো মাধৱ তুমি মোহোৰ বচনে।
দুয়ো সখি চলিয়া যায়োক এতিক্ষণে ॥ ৬৬১
শুনিয়া মাধৱে পাচে বুলিলা বচন।
কহিয়োক বাপ মোৰ সখি কোন জন ॥
শঙ্কৰে বুলিলা পাচে মাধৱক মাতি।
তজু সখি নাৰায়ণ কহিলোঁ সম্প্ৰতি ॥ ৬৬২
শুনিয়া মাধৱে আতি মনে উল্লসিলা।
সমীপতে নাৰায়ণে সাবটি ধৰিলা ॥

আজি আউৰ এড়াইতে নপাৰা মোৰ হাত।
মহা পুৰুষে যে সখি কৰাইলা সাক্ষাত॥ ৬৬৩
শঙ্কৰে বুলিলা পাচে চাহি মাধৱক।
শাস্ত্র চাহি বুঝাই কহা পণ্ডিত সৱক॥,
মূৰ্খক বুঝাইবা কথা কহি নাৰায়ণ।
বিলম্ব নকৰি লৰি যায়ো এতিক্ষণ॥ ৬৬৪
শুনি দুয়ো সখি ততকালে উঠিলন্ত॥
নমস্কাৰ কৰি শীঘ্র বেগে লৰিলন্ত॥
অনন্তৰে পাইলা যাই ৰাজাৰ দুৱাৰ।
দেখি নৰেশ্বৰে সাদৰিলা বহুতৰ॥ ৬৬৫
কৃষ্ণত শৰণ লৈবে উদ্যম কৰিলা।
দেখি নাৰায়ণে পাচে বচন বুলিলা॥
বোলন্ত পুছোঁহো কৈয়ো ইহাৰ কাৰণ।
কি কাৰ্য্যে কৰিছা বন্দী মনুষ্য নৱজন॥ ৬৬৬
ৰাজা বোলে বৈষ্ণৱ শুনিয়ো মোৰ বাক্য।
আৰা সবে চাহিলা মোহোক বধিবাক॥
এতেকে কৰিলোঁ বন্দী কহিলোঁ সম্প্রতি।
বধিবোঁ পৰাণে নকৰিবোঁ আন শাস্তি॥ ৬৬৭
হেন শুনি নাৰায়ণে বচন বুলিলা।
কৃষ্ণত শৰণ নিবে যতন কৰিলা॥

সম দম দায়া ক্ষমা আদি গুণ যত।
সমস্তে থাকিবে লাগে হৰিভকতত॥ ৬৬৮
প্ৰাণী হিংসা কৰিবাক উচিত নোহয়।
ভূত দায়া কৰিবাক অৱশ্যে লাগয়॥
মুখত কাপোৰ দিয়া মাধৱে হাসন্ত।
বিস্তৰ যুকুতি নাৰায়ণে কহিলন্ত॥ ৬৬৯
শুনিয়া ৰাজাৰ মনে সন্তোষ মিলিলা।
বান্ধ চোড়াই তেখনে সবাকো মেলি দিলা॥
মাধৱে কহিয়া শাস্ত্ৰ যুকুতি বিশেষ।
দিলন্ত ভকতিজ্ঞান তত্ব উপদেশ॥ ৬৭০
নিঃসংশয় লভিলা নিশ্চয় কৰি মন।
কৃষ্ণত লৈলন্ত ৰাজা একান্ত শৰণ॥
কতো দিন থাকি দুয়ো সখি আসিলন্ত।
শঙ্কৰৰ আগে সৱে কথা কহিলন্ত॥ ৬৭১
শঙ্কৰে আশ্বাসি দুইো বচনে তুষিলা।
গণক কুঞ্চিত আসি নিবাস কৰিলা॥
দিন ভৈলে শঙ্কৰৰ পাশক আসন্ত।
ৰাত্ৰি ভৈলে মাধৱ ভহিতে থাকন্ত॥ ৬৭২
ভয়ে শঙ্কৰত কথা নোসোধে ভকতে।
সোধে মাধৱত কথা মহা হৰিষতে॥

মাধৱ নাৰায়ণ দুয়ো নিঃসংশয় মনে।
শঙ্কৰৰ আগে কথা সোধে দুয়ো জনে॥ ৬৭৩
বাসাক আসিলে বৈসে মাধৱৰ ঠাই।
মাধৱে কহন্ত কথা সবাকো বুঝাই॥
এক দিনা কথা কহি মাধৱ আছন্ত।
পূর্ব্বৰ কথাক নাৰায়ণে পুছিলন্ত॥ ৬৭৪
মহা পুৰুষৰ সঙ্গে নপাইলোঁ যাইবাক।
গঙ্গাতীৰ হন্তে ফিৰাই পঠাইল আমাক॥
তুমি সব গৈলা মহা পুৰুষৰ সঙ্গে।
তীর্থ কৰি ফুৰিলাহা মহা ৰঙ্গ মনে॥ ৬৭৫
যৈত যিবা দেখিলা শুনিলা কথা যত।
শুনোঁ সবে কহিয়োক মোহোৰ আগত॥
মহাপুৰুষ যে ৰাম ৰাই দুয়োজনে।
যাইবাক চাহিল ব্রজপুৰ বৃন্দাবনে॥ ৬৭৬
আনো লোকে সিটো থান দেখিতে বাঞ্চন্ত।
তুমি নগৈলাতে তাৰা সবো নগৈলন্ত॥
কিবা হেতু নগৈলা গকুল বৃন্দাবনে।
কহিয়ো ঠাকুৰ শুনো মহাৰঙ্গ মনে॥ ৬৭৭
নাৰায়ণে পুছিলা হৰিষে মাধৱৰ।
বোলন্ত শুনিয়ো সখি কথা পশ্চিমৰ॥

আনো যে ভকত সবে শুনিয়া আছন্ত।
সখিক সম্বুধি কথা মাধৱে কহন্ত ॥ ৬৭৮
শুনা সভাসদ সাৱধান কৰি চিত।
পাপৰ অন্তক শীৰি শঙ্কৰ চৰিত ॥
ছোটো পুষ্প গোটে বড় গন্ধ মাত্র কয়।
যে হেন ভ্রমৰে তাৰ সাৰক আনয় ॥ ৬৭৯
ভকতেসে লৱে মাত্র শাস্ত্রৰ সাৰক।
এতেকে শাৰঙ্গ বুলি কহে ভকতক ॥
অব্যক্ত ঈশ্বৰ পূজিবাবা কোন মতে।
ব্যাপক বিষ্ণুক বিসর্জ্জিবা কোন মন্ত্রে ॥ ৬৮০
এতাৱন্ত মূৰ্ত্তি শূন্য নপাৰি তৰ্কিত।
ৰাম ৰাম ঘুষিয়ো কৰিয়ো শুদ্ধ চিত ॥
নমো নমো কৃষ্ণ কৃপা কৰিয়োক মোক।
তোমাৰ নামত মোৰ সদা ৰতি হৌক ॥ ৬৮১
মঞি দুখিতক দিয়া ভকতৰ সঙ্গ।
এহি কৃপা কৰা নকৰিবা আশা ভঙ্গ ॥
তেবেশে কৃপাল সিদ্ধি হোৱে মন কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥ ৬৮২

মাধৱ বদতি শুনিয়া সম্প্ৰতি
সখি থিৰ কৰি চিত্ত।
গঙ্গা তীৰ হন্তে তুমি ফিৰি আইলে
যি ভৈলা কথা তহিত ॥
সবাকে চাহিয়া শঙ্কৰে মাতিয়া
পুছিলা কথা সাদৰি।
কাত কত মান বিত্ত আছে মোত
কহিয়োক নিষ্ট কৰি ॥ ৬৮৩
যাত যত খানি বিত্ত আছে জানি
কহিলে কথা আগত।
উদাৰ গোবিন্দে কহিলন্ত আগে
নাহিকে বিত্ত লগত ॥
বোলন্ত শঙ্কৰে শুনা নিৰন্তৰে
যাহাত নাহিকে কড়ি।
তাহাকো নেড়িবোঁ সবেয়ো পুছিবোঁ
এহি বুলি গৈলা লৰি ॥ ৬৮৪
যথাত ৰহন্ত কড়িক তোলন্ত
অনুৰূপি ভাৱে তেৱে।
দুই জনে যাই আনন্ত বেসাই
ভোজন কৰন্ত সৱে ॥

পাচে একদিনা গৃহস্থ আঙ্গিনা
প্ৰবেশিলোঁ। সবে যাই।
কুলত কায়স্থ সজ্জন জানিয়া
বাসা লৈলোঁ। তবে ঠাই ॥ ৬৮৫
গৃহস্থে আসিয়া বোলে সম্বোধিয়া
অতিথিৰ ভিতি চাই।
যত দ্ৰব্য লাগে সবে আমি দিবোঁ।
নিকিনিবা কাৰো ঠাই ॥
আমি বোলোঁ। কড়ি গণিয়া লৈয়োক
দিয়ো যিবা দ্ৰব্য আছে।
বোলে তোৰা আগে ভোজন কৰিয়ো
কড়ি বুঝি লৈবোঁ। পাচে ॥ ৬৮৬
খড়ি মুগ দালি কলাৰ বিয়ালি
তৈল আদি কৰি যত।
পৰম গৌৰবে সতকাৰ ভাৱে
দিলেক আনি আগত ॥
ৰন্ধণ কৰিয়া অন্নক ভুঞ্জিয়া
বসিলোঁ। মনত সুখে।
শঙ্কৰে কহন্ত কৃষ্ণৰ কথাক
শুনোঁাহো সবে উৎসুকে ॥ ৬৮৭

গৃহস্থে শুনিলে কৃষ্ণৰ কথাক
পুহাইলে যেবে ৰজনী।
পূৰ্ব্বৰতে সবে ৰঙ্কণ দ্ৰব্যক
আগতে দিলন্ত আনি॥
স্নান যে ভোজন কৰিয়া বসিলোঁ
সবেও সমাজ পাতি।
গৃহস্থক আনি শঙ্কৰে বোলন্ত
মধুৰ বচনে মাতি॥ ৬৮৮
দুই সন্ধ্যা আমি ভোজন কৰিলোঁ
দিলাহা দ্ৰব্য সমস্ত।
মূল্য কড়ি কৰি গণিয়া লৈয়োক
চলি যাইবোঁ তীৰ্থপথ॥
দুই সন্ধ্যা দুই ৰূপীয়াৰ দ্ৰব্য
লগিল মনত জানি।
নমস্কাৰ কৰি কৃতাঞ্জলি ধৰি
গৃহস্থে বোলয় বাণী॥ ৬৮৯
কত ভাগ্যে লাগ পাইলোঁ তোমাসাক
দ্ৰব্য দিয়া ভুঞ্জাইবাক।
সব পৰিয়াৰে আলচিলোঁ মনে
নলাগে কড়ি আমাক॥

আৰো এক টঙ্কা মনে মনে দিলা
বেসাতি কৰাৰ হাতে।
আজি যৈত ৰবা দ্ৰব্যক কিনিয়া
ভুঞ্জিবা সবে ভকতে॥ ৬৯০
শঙ্কৰৰ পাৱে নমস্কাৰ কৰি
মানিলা ভাগ্য বিস্তৰ।
গৃহস্থক মাতি সবে লৰি গৈলা
শুনা কথা আতপৰ॥
পৰম হৰিষে পুখুৰীৰ পাৰে
সবেও ৰহিলো যাই।
ৰূপিয়া ভঙ্গাইলো দ্ৰব্যক কিনিলা
শঙ্কৰে সোধন্ত চাই॥ ৬৯১
কাৰ কড়ি দিয়া বেসাতি কৰিলা
শঙ্কৰে পুছিলা যেবে।
গৃহস্থে বেসাইবে এক টঙ্কা দিলা
কহিলা আনন্দে তেবে॥
সাধু সাধু ধন্য গৃহস্থৰ মতি
অৰ্থৰো সাফল তাৰ।
হৰিষে মনত সবাৰো আগত
প্ৰশংসিলা বাৰে বাৰ॥ ৬৯২

সেহি দিনা হন্তে                    কড়ি তোলা বৃত্তি
        এড়ি সবে যত মহাজন।
একো জনে একো                    ৰূপীয়া ভঙ্গাই
        কৰন্ত সবে ভোজন ॥
গয়া বাৰাণশী                    কুৰুক্ষেত্ৰ আদি
        ফুৰিলঞো তীৰ্থ যত।
অনন্তৰে পাচে                    প্ৰবেশ ভৈলোঁহো
        আলি নাম নগৰত ॥ ৬৯৩
যি কাৰণে বৃন্দা                    বনক নগৈলোঁ
        কহিলোঁ তাৰ কাৰণ।
কবিৰৰ মঠ                    চাহিবাক গৈলোঁ
        কৰিয়া আনন্দ মন ॥
কবিৰৰ জীয়                    নাতি আছে তথা
        তেহে নাহিকন্ত ঘৰে।
তান পত্নী আসি                    বিস্তৰ কাকুতি
        কৰিলন্ত হাত জোৰে ॥ ৬৯৪
আভাগিয়া আজি                    বাৰিত নাহিকা
        কোথাবা গৈ আছে বুলি
আতা সকলক                    দেখিতে নপাইলে
        লৈবাক নপাইলে ধূলি ॥

এইবুলি পাচে নৱ এক বস্ত্ৰ
আগত দিলেক আনি।
মহা পুৰুষক বোলে আতে বাপ
মুছিয়োক পাৱ খানি ॥ ৬৯৫
অভাগিয়া আসি এহি ধূলি গুটি
লইবে আনি মাথাত।
মহন্ত ধূলাৰ মহিমায়ে জানো
এড়াইবে কালৰ হাত ॥
বিস্তৰ কাকূতি ভকতিক দেখি
সবাৰো বিস্ময় মনে।
চৰণে বস্ত্ৰক পৰশি শঙ্কৰে
লৰি গৈলা তেতিক্ষণে ॥ ৬৯৬
পথত যাহন্তে জনৈক পুৰুষে
অন্তৰিল লাগ পাই।
মুহূৰ্ত্তেক মান দৃষ্টি ভৰি সিটো
পাচত আছিলে চাই ॥
শঙ্কৰে বোলন্ত গৈলা কিবা আছে
চাহিয়ো মাধৱ তুমি।
উলণ্টিয়া দেখোঁ চাহিয়া আছয়
পুনু কহিলোঁ হো আমি ॥ ৬৯৭

ৰিণু ৰিণু মাত্র  মণিবাক পাৰি
গাৱৰ বস্ত্রক দেখি ।
বাৰম্বাৰ কথা  গুৰুত কহএ
তোমাকে আছে নিৰেখি ॥
সাধু সাধু ধন্য  বুলিয়া প্রশংসা
শঙ্কৰে কৰিলা হাসি ।
জগন্নাথ ক্ষেত্রে  কতো দিন মান
আনন্দে বঞ্চিলা আনি ॥ ৬৯৮
গোবৰ বিকয়  পোৱাল বিকয়
বিস্ময় ভৈলোঁহো দেখি ।
যৈত যিবা আমি  দেখিলোঁ শুনিলোঁ
কতেক কহিবোঁ সখি ॥
প্রসঙ্গত সৱে  কথাক শুনিয়া
হৰিষে নিদ্রা লভিলা ।
প্রভাতে উঠিয়া  শঙ্কৰৰ মুখে
কথা শুনিবাক গৈলা ॥ ৬৯৯
নমো নমো কৃষ্ণ  জগত কাৰণ
ভকত বৎসল দেৱ ।
পতিত পাৱন  জানিয়া তোমাৰ
চৰণত কৰোঁ সেৱ ॥

মহন্ত সৱৰ সম্মত জানিয়া
করিলোঁ পুনু যতন ।
মোৰ ইটো অহ ঙ্কাৰ দূৰ হৌক
পশিলোঁ প্ৰভু শৰণ ॥ ৭০০
ইটো পদ আতি সুৰস নোহৱ
মোহোৰ বুদ্ধিৰ দোষ ।
মহন্ত সৱক কাকুতি বোলয়
নকৰিবা অসন্তোষ ॥
মূৰ্খতে প্ৰধান নাহি মোতে জ্ঞান
হ্ৰস্ব দীৰ্ঘ নুবুঝঞ ।
আপুনাক মহা অহাঙ্কাৰ মানি
তথাপি পদ কৰঞ ॥ ৭০১
আছে দোষ যত কৃষ্ণৰ কৃপাত
সমস্তে বিনাশ হৌক ।
ভকত বিপ্ৰক কৰোঁ নমস্কাৰ
আশীৰ্ব্বাদ কৰা মোক ॥
ভকতৰ সঙ্গ হৌক সৰ্ব্বক্ষণ
মুখত নাচাড়ো নাম ।
কহয় ভূষণ সিদ্ধি মনকাম
ডাকি বোলা ৰাম ৰাম ॥ ৭০২

সৱাকো সম্বোধি কথা কহন্ত শঙ্কৰ।
শুনা সৰ্ব্ব কথাক ভকত নিৰন্তৰ॥
ৰাম ৰাম গুৰু সিটো ৰাজ্যত আছন্ত।
কেহো নতু যান্তে আগে ক্ষেত্ৰক গৈলন্ত॥ ৭০৩
গোবিন্দৰ দোল যাত্ৰা আনন্দে দেখিলা।
আসিয়া আমাতেসে ইকথাক কহিলা॥
ৰাম বনমালী গোপাল জয় হৰি।
দুয়োহাতে ফাঁকু গুড়া সিঞ্চন্ত মুৰাৰী॥ ৭০৪
এহি ঘোষা গাৱে নিৰন্তৰে নৰনাৰী।
ওজা পদ বোলে ৰঙ্গে বজাযা চাপৰি॥
হেন জানি গিৰি কৰিযোক মোৰ বাক।
ঘোষা ছন্দে পদ কৰি দিয়োক আমাক॥ ৭০৫
হেন শুনি পাচে মাতি বুলিলা শঙ্কৰ।
শুনা নাৰায়ণ কহোঁ ইহাৰ উত্তৰ॥
আগে পদ কৰি আছোঁ পৰম যতনে।
সাৰ কৰি কৰি আছোঁ ঘোষা যে কীৰ্ত্তনে॥ ৭০৬
কৃষ্ণ সূৰ্য্য ভৈলা আসি কলিত উদিত।
জগতত নাম ধৰ্ম্ম কৰিলা বিদিত॥
ইটো ঘোষা কিবা পাই আছা নপাই আছা।
স্বৰূপ কহিবা মোৰ শুনিবাক ইচ্ছা॥ ৭০৭

শুনি নাৰায়ণে বুলিলন্ত শঙ্কৰক।
পাই নপাই আছোঁ আৰ নুবুঝোঁ অৰ্থক ॥
এত হন্তে ৰাম ৰাই আসনৰ উঠি।
নমস্কাৰ কৰি বাক্য বোলে মন তুষ্টি ॥ ৭০৮
এক বাৰ ফিৰ আইলোঁ নবাই বৃন্দাবনে।
ইবাৰ যাইবাক মঞি কৰিছোঁ যতনে ॥
শঙ্কৰে বোলন্ত ৰাই যাহা বৃন্দাবনে।
আছন্ত কেশৱ ৰাই দেখিবা নয়নে ॥ ৭০৯
গোকুল মথুৰা পুৰি গিৰি গোবৰ্দ্ধন।
যমুনা কদম্ব দেখিবাহা বৃন্দাবন ॥
যিটো থান দৰশনে সন্তোষ মিলয়।
সাক্ষাতে আছন্ত ভগৱন্ত কৃপাময় ॥ ৭১০
আছা বৃন্দাবন দাস পৰম বৈষ্ণৱ।
কৰিবা আলাপ হৰিকথা মহোৎসৱ ॥
বাহুবল দেখিবাহা বাহুমূৰ্ত্তি তথা।
আনো সব মহন্তক দেখিবা সৰ্ব্বথা ॥৭১১
আৰো বাৰ পশ্চিমক একেলগে গৈলোঁ।
তুমি তীৰে ৰৈলা আমি নগৰে ৰহিলোঁ ॥
মঞি বোলো আসা ৰাই ৰহো নগৰত।
তুমি বোলা সুখে ৰহো নদীৰ তীৰত ॥ ৭১২

আমাৰ লগত নবৈ তহিতে ৰহিলা।
ডকাইতে লুটিলে গাৰ বস্ত্ৰকো হৰাইলা ॥
কৰা আৰ্ত্তৰাৱ হেৰা খণ্টে মাৰে বুলি।
শুনিয়া ভকত সবে গৈলা ডাঙ্গ তুলি। ৭১৩
হৰুৱাইলা ঝাৰি খুৰি গাৱৰ বসন।
পাচে সুমৰাহ সবে মোহেৰ বচন ॥
সেহি বেলি বৃন্দাবন যাইবাক চাহলোঁ।
মাধৱ নগৈলা দেখি ফিৰিয়া আসিলোঁ ॥ ৭১৪
নৌকাৰ সখা বৈঠা জানা যেন নয়।
মাধৱ তেহুয় মোৰ জানিবা নিশ্চয় ॥
এহি বুলি প্ৰবোধিয়া পঠাইলা শঙ্কৰে।
শুনা যেন কথা এবে আত অনন্তৰে ॥ ৭১৫
চক্ৰপাণি নামে এক ব্ৰাহ্মণ আছিলা।
গোটা পঞ্চিশ শ্লোক সংক্ষেপে লিখিলা ॥
নাৰায়ণ সমে গৈলা মাধৱৰ পাশে।
দেখিয়া মাধৱে কথা পুছিলা হৰিষে ॥ ৭১৬
কৈতবা থাকন্ত এন্তে যাইবা কোন ঠাই।
নাৰায়ণে কহিলন্ত সবে অভিপ্ৰাই ॥
মাধৱে বোলন্ত গুৰু দেখায়োক মোক।
কেনে লিখি আনি আছা সংক্ষেপ শোলোক ॥ ৭১৭

চক্রপাণি বোলে শঙ্কৰৰ পাশে যায়ো।
তান হাতে দিবোঁ তহিতে দেখিয়ো॥
মাধৱে বোলন্ত মঞি আগে পঢ়ি চাঞ।
তুমি আমি সখি সমে একেলগে যাঞ॥ ৭১৮
এড়াইবে নাপাৰি দিলা মাধৱৰ হাতে।
গোণ্টে গোণ্টে শ্লোকচয় পঢ়িলা সমস্তে॥
পাচে এক গুটি শ্লোক মাধৱে পঢ়িলা।
বোধ পাইলোঁ বুলি বিপ্রে পত্রক চিৰিলা॥ ৭১৯
দেখিয়া মাধৱ বৰ বিস্ময় ভৈলন্ত।
সখিক মাতিয়া সব কথা পুছিলন্ত॥
কিবা নাম তান কোন গ্রামত থাকন্ত।
কহিয়োক সখি মোত সকলে বৃত্তান্ত॥ ৭২০
দিন তিনি চাৰি মানে তহিতে আছিল।
মোৰ মুখে কৃষ্ণকথা বিস্তৰ শুনিল॥
গৃহক আসিয়া পাচে বুলিলা স্বামীক।
আমাৰ ব্রাহ্মণ জন্ম আছোক ধিক ধিক॥ ৭২১
আগে মানো আমি কাঞ্চ কাচ নাৰায়ণ।
নাৰায়ণ কাঞ্চ আমি কাচ অভাজন॥
শূদ্রৰ মুখত কৃষ্ণকথাক শুনিলোঁ।
আমাৰ ব্রাহ্মণ জন্মে কি কাৰ্য্য সাধিলোঁ॥ ৭২২

এহে চক্ৰপাণি ক্ৰোধে খঙ্গিয়া উঠিলা।
নমাতিয়া থাক বুলি ভাৰ্য্যাক বুলিলা॥
তোৰ বোলে দিবো মন হৰিভকতিত।
যাঠি যজমান তেবে লাগয় এড়িত॥ ৭২৩
সবেয়ো গৃহস্থ মোক পোষে ধনে ধানে।
জানো তোৰ মনক ভেদিলে নাৰায়ণে॥
দুই হন্তৰ দ্বন্দ্ব লোক মুখত শুনিলোঁ।
এক দিনা তান গৃহে আপুনি আসিলোঁ॥ ৭২৪
এহি বুলি আসন দিলেক বসিবাক।
মঞিও বোলোঁ নবসিবোঁ নেদিবা পীবাক॥
বোলন্ত বসিয়ো কিছো কথা আছে কঞও।
শুনি পাচে মঞিও আসনত বসিলঞও॥ ৭২৫
বোলন্ত ব্ৰাহ্মণী খোজে হৰি ভজিবাক।
ষাঠি যজমান তেবে লাগে এড়িবাক॥
চল পায়া মঞিও পাচে বুলিলোঁ বিনয়।
কোটিটি যজমানো তাৰিবাক নপাৰয়॥ ৭২৬
হৰি ভকতিসে পাৰি সংসাৰ তৰিত।
সমস্তে বিনাশী যত দেখা ধন বিত॥
আপুনি পণ্ডিত তত্ত্ব কথাক জানন্ত।
যজমান সমস্তক মতাই আনিলন্ত॥ ৭২৭

সবাকো শুনায়া পাচে বুলিলা বচন।
নিশ্চয় বুলিলোঁ লৈবোঁ কৃষ্ণত শৰণ ॥
শুনি যজমান সবে খঙ্গিয়া বোলয়।
বুঝিলোঁহো গুৰু আমি তোমাৰ আশয় ॥ ৭২৮
তেজস্বী বুলিয়া তোমাক মানিছএও।
ডাঙ্গবাড়িয়াতে হাৰিলাহা দেখিলএও ॥
ইহান আমাৰ লগে বৰ দ্বন্দ্ব কৰি।
কষ্ট মনে সবে উঠি গৈলা ঘৰাঘৰি ॥ ৭২৯
দণ্ড চাৰি পন্থ নাচিগ্ৰামত থাকন্ত।
এহি চক্ৰপাণি মোৰ লগে আসিলন্ত ॥
শুনিয়া মাধৱে বহু প্ৰশংসা কৰিলা।
শঙ্কৰৰ পাশক সবেও চলি গৈলা ॥ ৭৩০
দেখিয়া শঙ্কৰে পাচে তাঙ্ক পুছিলন্ত।
কহিলন্ত নাৰায়ণে সমস্তে বৃত্তান্ত ॥
ৰাম ৰাম গুৰু জ্ঞান উপদেশ দিলা।
শঙ্কৰে হৰিষে পাচে বচন বুলিলা ॥ ৭৩১
পত্নীৰ প্ৰসাদে ভৈল ভকতি বিপ্ৰৰ।
জানি চক্ৰপাণি তজু সেই পটন্তৰ ॥
ধন্য ধন্য চক্ৰপাণি বুদ্ধিমন্ত সাৰ।
তোমাক কৰিবে লাগে মোৰ নমস্কাৰ ॥ ৭৩২

এহি বুলি নমস্কাৰ কৰিবে উঠিলা।
ৰাম ৰাম বুলি চক্রপাণি অন্তৰিলা॥
মোকো ভাণ্ডিবাক চাহা হাসি এহি বুলি।
তাহান খোজৰ হাতে পৰশিলা ধূলি॥ ৭৩৩
যজমান সমস্তৰে এড়িলন্ত আশ।
কৃষ্ণত ভকতি ভৈলা সুদৃঢ় বিশ্বাস॥
দিন চাৰি থাকি দুয়ো লগে আসিলন্ত।
যজমান সমস্তকো মহাই আনিলন্ত॥ ৭৩৪
শিখা বোধ কথা যে বুঝাইলা তাসম্বাক।
কৰিলে নিশ্চয়ে লোকে হৰি ভজিবাক॥
হেন চক্রপাণি মহামানী আছিলন্ত।
তাহান তনয় পাচ বৈকুণ্ঠ ভৈলন্ত॥ ৭৩৫
অদ্যাপিও লোকে যাক প্রশংসা কৰয়।
ভকতি ধৰ্ম্মত নিষ্ট বুদ্ধি আতিশয়॥
তান পুত্র মূৰুখ ভূষণ শিশুমতি।
শঙ্কৰ চৰিত্র পদে সম্প্রতি বদতি॥ ৭৩৬
প্রসঙ্গত থাকিয়া কহিলোঁ কথা যত।
মহন্ত সকলে দোষ ক্ষমিবো সমস্ত॥
বাৰ্হ ঘৰ মনুষ্য আছয় শঙ্কৰৰ।
কৰণীয়া যেন পূৰ্ব্বি ভূঞালি কাহৰ॥ ৭৩৭

ৰাজাত লগাইবে হেন আশঙ্কা মনত।
ৰামানন্দ নামে পুত্ৰ লৈলন্ত লগত ॥
ছোণ্টো দেৱান বোলে নাম চিলাৰাই।
ৰামানন্দক ভেটাইলন্ত তাৰে ঠাই ॥ ৭৩৮
দেৱানে বোলয় তুমি শুনিয়ো শঙ্কৰ।
আমি বিদ্যমানে কাকো নকৰিবা ডৰ ॥
আছোঁ দেৱদাসো মঞি তানে ছোণ্টো ভাই।
মোৰ কক্ষা ৰাখোঁ তান কক্ষা উক্ৰাই ॥ ৭৩৯
ঘোৰে চৰি চিলা যেন ঝাম্প ৰণ মাঝে।
এতেকেসে চিলাৰাই বোলে সবে ৰাজ্যে ॥
যতেক কায়স্থ আছে মোৰ দোপদৰে।
পত্ৰ লিখি পাতিবাহো সবাৰো উপৰে ॥ ৭৪০
থাকিলন্ত ৰামানন্দ দোপদৰ দেখি।
ঘৰে আসি শঙ্কৰ ৰহিলা মন সুখী ॥
পূৰ্ব্বে বিদ্যানিধি এক ব্ৰাহ্মণ আছিলা।
যাক বিশ্বসিংহে মহা নিগ্ৰহক দিলা ॥ ৭৪১
তানে পুত্ৰ নামে বিদ্যাবাগী চক্ৰবৰ্ত্তি।
ব্ৰাহ্মণ সবত সিটো থাকে অনুবৰ্ত্তি ॥
ব্ৰাহ্মণ সবৰ সিটো অনুমতি পাই।
নৰনাৰায়ণ আগে লগাইলেক যাই ॥ ৭৪২

আদেশ মহাৰাজা মোগোৰ গোচৰ।
আছে একজন শূদ্ৰ নামত শঙ্কৰ॥
ভাগৱত পঢ় তাৰ পদ কৰিলেক।
ব্ৰাহ্মণ কৈবৰ্ত্ত শূদ্ৰ হৰি ভজাইলেক॥ ৭৪৩
নমানয় তুলসী গঙ্গাক নমানয়।
দেবীপূজা পিতৃশ্ৰাদ্ধ একো নকৰয়॥
ব্ৰাহ্মণক পাই নকৰয় নমস্কাৰ।
তজু ৰাজ্যে প্ৰবৰ্ত্তাইলা পাষণ্ড আচাৰ॥ ৭৪৪
তোমাত কহিলোঁ কৰা আপুনি বিচাৰ।
হুই নুই প্ৰমাণ পাইবাহা তুমি তাৰ॥
মাগুৰি গ্ৰামত থাকে কণ্ঠ যে ভূষণ।
গুৰু মানি আছে যাক নৰনাৰায়ণ॥ ৭৪৫
এতেকেসে ৰাজগুৰু বোলে সৰ্ব্বজনে।
এহি কথা শুনি তানে নসহিলা মনে॥
কণ্ঠ যে ভূষণে কথা ৰাজাত কহন্ত।
ৰামৰাম নাম মোৰ শশুৰ আছন্ত॥ ৭৪৬
আমি আসি থাকোঁ সেহি শশুৰৰ ঘৰ।
তেহে পিতৃশ্ৰাদ্ধ কৰান্ত শঙ্কৰৰ॥
ব্ৰহ্মভোজ কৰে। আৰো দক্ষিণাক পাএ।
ই সব বৃত্তান্ত কথা সমস্তে জানএ॥ ৭৪৭

গঙ্গা আদি তীর্থ যত সমস্ত কৰিলা ।
জগন্নাথ দৰশন দুই বাৰ ভৈলা ॥
নকাণ্টিল বলি অষ্টভূজ নুপূজন্ত ।
বেদৰ বিহিত কর্ম্ম সমস্তে কৰন্ত ॥ ৭৪৮
শুনি ৰাজা একো ভাল মন্দ নুবুলিলা ।
কণ্ঠ যে ভূষণ চলি বাসঘৰে গৈলা ॥
শুনিয়া ব্ৰাহ্মণ সবে কহিলা ৰাজাত ।
শূদ্ৰে গুৰু বোলাবয় তোমাৰ ৰাজ্যত ॥ ৭৪৯
সমস্তকে নিষেধিলা দেবী পূজিবাক ।
দেই উপদেশ মাত্ৰ হৰি ভজিবাক ॥
জানাইলোঁ ৰাজাত আমি জানি এহি কথা ।
কৰিয়ো বিচাৰ শঙ্কৰক আনি এথা ॥ ৭৫০
এহি কথা জানি কণ্ঠ ভূষণ পণ্ডিত ।
ৰামানন্দ ঠাকুৰৰ গৈলন্ত সন্নিত ॥
সংগোপ্যে কহিলা কথা যি ভৈল বৃত্তান্ত ।
মহা মনদুখে ৰামানন্দে মাতিলন্ত ॥ ৭৫১
ৰাজা কিবা বোলে তাক জানিয়া সভাত ।
গোপ্য কৰি গুৰু আসি কহিবা আমাত ॥
ভাল বুলি কণ্ঠ ভূষণ চলি গৈলা ।
আউৰ দিনা আসি ৰাজা সভাত বসিলা ॥ ৭৫২

নয়নানন্দ কৌৱাল সবাতে প্ৰধান।
তাহাক মাতিয়া ৰাজা দিলা সন্নিধান॥
শুনৰে নয়নানন্দ ৰাজ্যত অন্যাই।
শূদ্ৰে পঢ়ে ভাগৱত ধৰ্ম্মক নচাই॥ ৭৫৩
বলি কাটিবাক নিষেধিলা সামৰাজ্যে।
ভকতীয়া ভৈলা মহামায়াকো নুপূজে॥
এতেকে বুঝিলো বেদ বিহিত নাচৰে।
পিতৃশ্ৰাদ্ধ আদি কৰ্ম্ম একোৱে নকৰে॥ ৭৫৪
কেনে গোট অনন্ত কন্দলী নাম তাৰ।
সিয়ো হুনো প্ৰবৰ্ত্তাই পাষণ্ড আচাৰ॥
কেনে গোট গোকুলচান্দ বা নাৰায়ণ।
আসম্বাক আন ধৰি পঠাই দূতগণ॥ ৭৫৫
দশ জন গড়মৌলি শীঘ্ৰে চলি যাউক।
শঙ্কৰক ধৰি মোৰ আগক আনোক॥
শঙ্কৰৰ নামে ৰাজা ক্ৰোধত জলিলা।
সবাকে শুনায়া ৰাজা অশেষ গৰ্জ্জিলা॥ ৭৫৬
শুনা সভাসদ পদ হুয়া সাৱধান।
শাস্ত্ৰ পঢ়িলেয়ো দেখ সুপূজয় জ্ঞান॥
নৰ নাৰায়ণ ৰাজা পৰম পণ্ডিত।
সুচকৰ বোলে বুদ্ধি ভৈলা বিপৰীত॥ ৭৫৭

এতেক দুৰ্জ্জন সঙ্গ লাগে তেজিবাক ।
দুৰ্জ্জনৰ সঙ্গে নেদে হৰি ভজিবাক ॥
হৰিক ভজিয়া দুৰ্জ্জনৰ সঙ্গ লৱে ।
দুৰ্জ্জনৰ সঙ্গ মোষে দুৰ্ম্মতি কৰাৱে ॥ ৭৫৮
হে কৃষ্ণ দেৱ ভকতৰ ভয় হাৰি ।
দুৰ্জ্জনৰ সঙ্গ মোক নেদিবা মুৰাৰি ॥
জন্মে জন্মে হৌক তজু ভকতৰ সঙ্গ ।
এহি দান দিয়ো নকৰিয়ো আশা ভঙ্গ ॥ ৭৫৯
মহন্ত সবাকো বোলো ক্ষমা মোৰ দোষ ।
শঙ্কৰ চৰিত্ৰ শুনি হুয়োক সন্তোষ ॥
যেন তাম্ৰ আদি জল পাত্ৰ আছে যত ।
বাহিৰ সুন্দৰ তাৰ পঙ্ক ভিতৰত ॥ ৭৬০
ভিতৰৰ পঙ্ক দোষ তাহাক নধৰি ।
তৃষাত কৰয় জল পান পেট ভৰি ॥
কিন্তু জল পানে মাত্ৰ তৃষা দূৰ কৰে ।
শঙ্কৰ চৰিত্ৰে সৰ্ব্ব কুলকে উদ্ধাৰে ॥ ৭৬১
এতেক অমূল্য ৰত্ন ভকত জনৰ ।
কৰ্ণ মন দুইৰো আতি মহা ৰুচিকৰ ॥
বৈৰাগ্য কুঠাৰে যিটো ছেদে স্নেহ পাশ ।
ই সব কথাত হোৱে তাহাৰ বিশ্বাস ॥ ৭৬২

নমো নমো কৃষ্ণ কিঞ্চিতেক কৃপা কৰা।
তোমাৰ ভৃত্যৰ ভৃত্য বুলি মোক ধৰা ॥
তেবেসে আমাব হেৱে পূৰ্ণ মনঃ কাম।
মূৰুখ ভূষণে কহে বোলা ৰাম ৰাম ॥ ৭৬৩

গৰ্জ্জি নৰনাৰায়ণ    কৰি আতি ক্ৰোধ মন।
পাত্ৰ সবাক সম্মুখি    মাতৈ দৰ্পে ফিন্দাই হিয়া ॥ ৭৬৪
দেখা দেখা পাত্ৰচয়    কেন মত যে অন্যায়।
ভৈল মোৰ যে ৰাজ্যত    শূদ্ৰে পাঢ় ভাগৱত ॥ ৭৬৫
ব্ৰাহ্মণক নমস্কাৰ    নকৰয় একোবাৰ।
গঙ্গাস্নান নকৰয়    তুলসীক নমস্কাৰ ॥ ৭৬৬
এড়িলে বেদৰ ধৰ্ম্ম    কিনো ইটো বিপৰীত।
নকৰে পিতৃৰো কৰ্ম্ম    ভৈলা পাষণ্ডৰ চিত ॥ ৭৬৭
দেবীপূজা কৰিবাকে    নিষেধিলে সমস্তকে।
হৰি ভজিবাক প্ৰতি    উপদেশ দিয়ে মাতি ॥ ৭৬৮
গুৰু বোলাই সমস্তে    ফুৰে ইটো যে ৰাজ্যতে।
মান সতকাৰ পাই    গৰ্ব্ব মদ বাঢ়ি যাই ॥ ৭৬৯
চল গড় মৌলি গণ    সবাহাঙ্কে ধৰি আন।
শঙ্কৰক লাগ পাইবোঁ    তাৰ ছাল দবা চাইবোঁ ॥ ৭৭০
যত লগৰীয়া তাৰ    কাকো নাৰাখিবোঁ আৰ।
এহি বুলি মৌনে ৰৈলা    শুনা পাচে যেন ভৈলা ॥ ৭৭১

শুনা সভাসদ গণ কৃষ্ণ পাৱে দিয়া মন।
নকৰিবা কিছো ভয়। ৰাখিবন্ত কৃপাময়॥ ৭৭২
ইন্দিবৰ শ্যাম হৰি। তাঙ্ক হৃদি স্থিত কৰি।
ভজে যিটো তান পাৱ। তাহাৰে সে লাভ হৱ॥ ৭৭৩
কৈবো নাহি পৰাভৱ। জানি কৰা মহোৎসৱ॥
বিষয়ত মতি তীব্র। কহয় ভূষণ বিপ্র॥ ৭৭৪
নমো নমো যদুপতি। তুমি অগতিৰ গতি।
বোলা কৃতাঞ্জলি কৰি। আগে দণ্ডৱতে পৰি॥ ৭৭৫
নকৰিবা আশা ভঙ্গ। দিয়া ভকতৰ সঙ্গ।
মুখে নচাড়োক নাম। তেৱে সিদ্ধ মনঃ কাম॥ ৭৭৬
ৰাম কৃষ্ণ হৰি ৰাম। এড়ি সবে আন কাম।
লৈয়ো মুখে অবিশ্রাম। ডাকি বোলা ৰাম ৰাম॥ ৭৭৭
কণ্ঠ ভূষণৰ এহি কথা শুনিলন্ত।
ৰামানন্দ ঠাকুৰৰ পাশক গৈলন্ত॥
সংগোপ্যে বোলন্ত বাপু কথা ভৈলা টান।
ৰাজা বোলে শঙ্কৰক শীঘ্রে ধৰি আন॥ ৭৭৮
সভামধ্যে শঙ্কৰক বিস্তৰ গৰ্জ্জিলা।
দশজন গড়মৌলি ৰাজা পাঞ্চি দিলা॥
এহি কথা যেবে ৰামানন্দ শুনিলন্ত।
মহাদুখে মনত নিশ্বাস তেজিলন্ত॥ ৭৭৯

ৰামানন্দে বোলে কোনো উপাই কৰঞ।
আসা দুয়োজনে দেৱানত জান দেঞ॥
দেৱানৰ আগে দুয়ো কহিলা কথাক।
ৰাজদূত পঠাইলে পিতৃক আনিবাক॥ ৭৮০
ব্ৰাহ্মণ সমস্তে ৰাজাত লগাইলেক॥
ক্ৰোধে দশ জন গড়মৌলি পঠাইলেক॥
হেনয় বচন পাচে দেৱানে শুনিলা।
মনদুখে খেদিতোক নযাতি আছিলা॥ ৭৮১
দশজন ঢোপ-ধৰা পঠাইলা তেখনে।
বিলম্ব নকৰি চলি যাহা ৰাত্ৰি দিনে॥
ৰাজাৰ মনুষ্যে যেবে পাইলে শঙ্কৰক।
মাৰি খেদাই কাঢ়ি আনা মোহোৰ পাশক॥ ৭৮২
ইহাৰ উত্তৰ মঞি আপুনি কৰিবোঁ।
প্ৰাণান্তিকে শঙ্কৰক এড়িয়া নেদিবোঁ॥
যাৱে নতু তাৰা পাৱে আন শীঘ্ৰ কৰি।
চলি গৈলা ঢোপধৰা আজ্ঞা শিৰে ধৰি॥ ৭৮৩
কিবা ৰাত্ৰিদিনে বৰপেটা শীঘ্ৰে পাইল।
গোপ্য কৰি শঙ্কৰত বচন কহিল॥
পৰিকৰ সৰ্ব্বস্বক গৈলা আৰ্ত্তৰাই।
আসিলা শঙ্কৰ পাচে দেৱানৰ ঠাই॥ ৭৮৪

দেৱানৰ আশ্বাসত শঙ্কৰ ৰহিলা।
শুনা আত পাচে যেন কথা ভৈলা ॥
ৰাজাৰ মনুষ্যে লাগ নপাই শঙ্কৰক।
ধৰি আনিলেক যাই গোকুল চান্দক ॥ ৭৮৫
ইসব কথাক শুনিলন্ত নাৰায়ণ।
ঘৰ এড়ি পলাইবাক কৰিলা যতন ॥
ৰাজাৰ মনুষ্যে কথা পুছিয়া লোকত।
নাৰান দাসৰ ঘৰ চাপিলা মধ্যাহ্নত ॥ ৭৮৬
ভোজন কৰিবে লাগি যতন কৰিলা।
হেন সময়ত আসি তাহাক ধৰিলা ॥
নাৰায়ণ গোকুল চান্দ দুই হানক পাই।
ধৰি নিয়া নৃপতিত কহিলন্ত যাই ॥ ৭৮৭
আদেশ মহাৰাজা দশোজন গৈলোঁ।
পলাইল শঙ্কৰ আমি অন্বেষি নপাইলোঁ ॥
নাৰায়ণ গোকুল চান্দ দুই হানক ধৰি।
ইঠাৱক দুইকো আনি আছোঁ বন্দী কৰি ॥ ৭৮৮
ৰাজা বোলে আন দুইকো মোহোৰ আগক।
এহি দুই জনে দেখাই দিবে শঙ্কৰক ॥
দুয়ো হানে গড়মৌলি দিলে আগ কৰি।
সঘনে থাকন্ত দুয়ো হৰি হৰি স্মৰি ॥ ৭৮৯

ৰাজায়ো শুনয় কৃষ্ণ নামৰ কীৰ্ত্তন।
হৰিষাক বোলে মাতি নৰ নাৰায়ণ॥
পোছৰে হৰিষা দুয়ো ভকতৰ ঠাই।
কৈত আছে শঙ্কৰক দেউক দেখুৱাই॥ ৭৯০
গঙ্গা যে তুলসী ব্ৰাহ্মণকো নমানয়।
বেদৰ বিহিত কৰ্ম্ম একো নকৰয়॥
পুছিবাক আদেশিলা নৰ নৰায়ণ।
শুনি নাৰায়ণে পাচে বুলিলা বচন॥ ৭৯১
থিয় দিয়া ৰহিছন্ত টাটীৰ আঁড়ত।
আদেশ মহাৰাজা কহঞো স্বৰূপত॥
গঙ্গা আদি যত তীৰ্থ সমস্তে কৰিলা।
জগন্নাথ দৰশন দুই বাৰ ভৈলা॥ ৭৯২
বেদৰ বিহিত কৰ্ম্ম সকলে কৰন্ত।
ভাগৱত ধৰ্ম্মত সদাই প্ৰবৰ্ত্তন্ত॥
আমি দুয়োজন নিষ্টে শঙ্কৰৰ শিষ্য।
কৈক গৈল শঙ্কৰ নপাওঁ উদ্দিশ॥ ৭৯৩
আমি যৈত থাকোঁ পাঞ্চ প্ৰহৰ অন্তৰ।
কেন মতে উদ্দিশ পাইবোঁহো শঙ্কৰৰ॥
এহি বুলি ৰাজা ক্ৰোধ কৰিয়া বোলয়।
মোহোৰ আগতে দেখা মিছা কথা কয়॥ ৭৯৪

বেদৰ বিহিত কৰ্ম্ম নিষ্টে যেবে কৰে।
তেবে কিয় শঙ্কৰ পলাইলা মোক ডৰে ॥
ঝপহু হেঙ্গাল দুইকো কামুৰিয়া খাউক।
প্ৰাণে যেবে জীৱে শঙ্কৰক দেখাই দেউক ॥ ৭৯৫
শুনি ততকালে গৈলা আনিতে হেঙ্গাল।
উঠিয়া বোলে নয়নানন্দ কটোৱাল ॥
আদেশ মহাৰাজ পাওঁ দুই হান্তক।
অৱশ্যেকে দেখাইয়া দিবেক শঙ্কৰক ॥ ৭৯৬
ৰাজাৰ ইঙ্গিত পাই দুই হান্তকো নিলা।
আপুন বাসায়ে যাই আসনে বসিলা ॥
দুই হান্তকো আপুনাৰ আগে বৈসাইলেক।
পীৰিতি বচনে আগে কথা পুছিলেক ॥ ৭৯৭
কৈত আছে শঙ্কৰক দেহৰে দেখাই।
নিষ্টে বোলোঁ! তোমাসাৰ কিছো শঙ্কা নাই ॥
যেবে দেখাই নেদা তেবে কি মতে এড়াইবি।
নিগ্ৰহ ভুঞ্জিয়া মহা দুখতে মৰিবি ॥ ৭৯৮
তৰ্জ্জিয়া গৰ্জ্জিয়া ভয় দেখাইলা বিস্তৰ।
শুনি নাৰায়ণে পাচে দিলন্ত উত্তৰ ॥
শুনা কটোৱাল মঞি নিষ্ট কথা কওঁ।
পাঞ্চ প্ৰহৰৰ পথ অন্তৰে থাকঞ ॥ ৭৯৯

শঙ্কৰৰ সন্মতক পাঞ আমি যেবে ।
ৰাজাৰ মনুষ্যে কেনে লাগ পাইলা তেবে ॥
মিছা বাক্য নোবোলঞ নিষ্ট কৰি জান ।
মোহোৰ বাক্যৰ এহি হৰিষা প্ৰমাণ ॥ ৮০০
শুনি কটোৱাল আতি ক্ৰোধত জ্বলিলা ।
মাৰিবাক লাগি চাৰি সাড়াক পাঞ্চিলা ॥
ছেন্দি কাঠ নাক কাণে বাঁস বান্ধ দিয়া ।
পুছে কটোৱালে একোতেসে নকৰিয়া ॥ ৮০১
পূৰবে ৰাজাৰ আগে যি বাক্য বুলিলা ।
তাত পৰে আন একো কথা নকহিলা ॥
পুহাইল ৰজনী কটোৱাল চলি গৈলা ।
ৰাজাৰ আগত যাই সমস্তে কহিলা ॥ ৮০২
আদেশ মহাৰাজ স্বৰূপ কহঞ ।
চাৰি প্ৰহৰ ৰাতি বিস্তৰ মাৰিলঞ ॥
পূৰ্ব্বে যেন কহি আছে তোমাৰ আগত ।
তাত পৰে আন কথা নকহে পাচত ॥ ৮০৩
ৰাজাৰ আগত পাচে হৰিষা বোলয় ।
কদাচিতো নাৰায়ণে মিচা নকহয় ॥
যেতিক্ষণে আমি* নাৰায়ণক ধৰিলোঁ ।
একক্ষাৰো দৰ্প বাক্য তান নুশুনিলোঁ ॥ ৮০৪

* নাৰয়ণ দাসক ।

শঙ্কৰৰ কথা আৰো সোধয় আমাত।
পলাইবাৰ শুনি খেদ কৰে অসংখ্যাত ॥
ৰাজা বোলে পুছ আছে কত পৰিকৰ।
হৰি বোলে গোকুলচান্দ মাত্র একেশ্বৰ ॥ ৮০৫
নাৰাণদাসৰ ভাৰ্য্যা চোণ্টো বেটী খানি।
নাৰান্দাসে সমে মাত্র ত্রহি তিনি প্রাণী ॥
আৰো একজন আছে বয়সত বুঢ়া।
ভিন্ন ঘৰে থাকে নাৰায়ণ দাসৰ খুড়া ॥ ৮০৬
হেন শুনি মাতিলন্ত নৰ নাৰায়ণ।
দূত পঠাই তাসম্বাকো আন এহি থান ॥
গোকুলচান্দ নাৰাণ্‌দাসক চৌহান্তক নিদি।
এক তিল নৰাখিবি দুইকো ভোণ্টোক দি ॥ ৮০৭
ভকতৰ নামে মঞিও কাকো নৰাখিবোঁ।
ঘোড়া কর্ণ কৰিয়া ভোণ্টক সবে দিবোঁ ॥
শুনিয়া হৰিষা ভৈলা দুইহান্তৰ ঠাই।
দুয়োজন বসি আছে হৰি গুণ গাই ॥ ৮০৮
গুণ মালা লীলা মালা কৃষ্ণ গুণ গান্ত।
অবিচ্ছেদে গাই থাকা খেনিকো নেৰন্ত ॥
হৰি বোলে উঠ দুয়ো চল চৌহান্তক।
ৰাজাৰ আদেশ ভৈলা ভোণ্টক দিবাক ॥ ৮০৯

এহি শুনি দুয়োজনে কহে কাণে কাণে।
শঙ্কৰ দেৱক আৰো নেদেখোঁ নয়নে ॥
হা হৰি যে কত আছে পাতেক সঞ্চিত।
শঙ্কৰৰ দেৱে এবে কৰাইলে বঞ্চিত ॥ ৮১০
কৰন্ত মনত খেদ শঙ্কৰক স্মৰি।
চক্ষুৰ লোতক দুইৰো পৰে সৰি সৰি ॥
হৰি বোলে উঠ ঝান্তে চৌহান্তক চৌউ।
এহি কুন্দা গোটক কান্ধত কৰি লউ ॥ ৮১১
যাবে ভোণ্ট নাসে তাবে দিনত ৰাখিবোঁ।
ৰাত্রি ভৈলে দুয়োৰো পাৱে কুন্দা দিয়া থৈবোঁ ॥
শুনি নাৰায়ণে কুন্দা লৈলেক কান্ধত।
মাৰণৰ গাৱ বুলি বাক আশকত ॥ ৮১২
কুন্দাৰ ভৰত যেন কান্ধ ভাগি যাই।
লাসে লাসে মাতিলেক হৰিষাক চাই ॥
শুনৰে হৰিষা মঞি বাহবে নপাৰোঁ।
কুন্দাৰ ভৰন্ত হেৰা কান্ধ ফুটি মৰোঁ ॥ ৮১৩
হৰি বোলে পেহলাৱ কান্ধৰ কুন্দা তঞি।
বহিবাক নপাৰস কি কৰিম মঞি ॥
শুনি নাৰায়ণে কুন্দা পেহলাইলা কান্ধৰ।
ভৈলন্ত শৰীৰ লঘু পলাইল ভাগৰ ॥ ৮১৪

খান্নিতেকে চৌহাস্তৰ ওচৰ পাইলন্ত ।
এক দোকানীত তাম্বুল মাগিলন্ত ॥
পাইলন্ত তাম্বুল নাহি লগত কটাৰি ।
ভাঙ্গিলা তাম্বুল চিপি নিহালত ভাৰি ॥ ৮১৫
তাম্বুল ভুঞ্জিয়া কিচো স্বস্থ লভিলন্ত ।
হাবৰ সমীপে বাসা কৰি ৰহিলন্ত ॥
মধু নামে এক জন উপৰ চালেক ।
দুই হাস্তকে চাই পাচে হৰি মাতিলেক ॥ ৮১৬
একজন উঠি গৈয়া আন ভিক্ষা মাগি ।
কাৰযো যতন অন্ন ভুঞ্জিবাক লাগি ॥
শুনি গোকুচান্দ চলি গৈলা লাসে লাসে ।
মাগিলন্ত ভিক্ষা গই দোকানাৰ পাশে ॥ ৮১৭
চাউল দালি লোণ তৈল মৎস্য খৰি পাইলা ।
পানীৰ বাচন আৰো আনিলা পতিলা ॥
তাৰা দুইকো ভুঞ্জাই পাচে দুই হাস্ত ভুঞ্জিলা ।
আন্তিলেক বস্তু আৰো অধিক ৰহিলা ॥ ৮১৮
তাত পাচে আসিলেক ভোণ্ট অধিপতি ।
অনেক আসিলা আৰো তাহাৰ সঙ্গতি ॥
হৰি বোলে ৰাজ আজ্ঞা কৰিতে যুৱাই ।
উঠ তোৰা দুইকো দেঞ ভোণ্টক দেখাই ॥ ৮১৯

এহি বুলি দুইকো নিয়া আগ কৰি দিলা।
দেখিয়া ভোণ্টৰ মহা হৰিষ মিলিল॥
যৌবন শৰীৰ দুইৰো সুন্দৰ আকৃতি।
ৰাজা দিলা দেখিয়া ভোণ্টৰ আতি প্ৰীতি॥ ৮২০
ছাকছিক কৰি সবে ভোণ্ট ভাষ দিয়া।
তেখনে লড়িলা সবে মাঝত কৰিয়া॥
কৃষ্ণনাম মুখৰ নুগুচে অবিচ্ছেদ।
শঙ্কৰ ক সুমৰি মনত কৰে খেদ॥ ৮২১
হৰি হৰি শঙ্কৰ দেৱক নেদেখিলোঁ।
কোন পাপে ভোণ্টৰ অধীন আসি ভৈলোঁ॥
কৃষ্ণৰ নামক আউৰ নেদিবে গাইবাক।
শুনিবে নপাৰি দণ্ড কৰিবে আমাক॥ ৮২২
হুইবে ধৰ্ম্ম ভ্ৰষ্ট আবে জানিলোঁ নিশ্চয়।
ইহাতেসে কৰে আতি দগধ হৃদয়॥
ভোণ্টৰ মাৰণ আমি কেন মতে খাইবোঁ।
কৃষ্ণ নাম মনে স্মৰি পৰাণে মৰিবোঁ॥ ৮২৩
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ডাকি উচ্চাৰন্ত।
শুনিয়োক কহোঁ আবে ভোণ্টৰ বৃত্তান্ত॥
যিটো ভোণ্টগণে লই যাই দুইহান্তক।
দেখে অন্ধকাৰ আখি নাকলে পন্থক॥ ৮২৪

ঢলোঁ। পড়োঁ। কৰে কাৰো থিৰ নযায় পাৱ।
যেন বায়ু অধিক বেথিত কৰে গাৱ॥
অন্যো অন্যে বোলে সবে এক ঠাই হুই।
আগক লাগিয়া ভৰি আমাৰ নযাই॥ ৮২৫
দেৱ যে মানুষ আনি আছএ লগত।
সি কাৰণে সুস্থ নাহি কাহাৰ মনত॥
কি বাবে যে বোয়থিত কৰিতে নুৱাৰোঁ।
দেৱ যে মানুষ আমি নিবাক নপাৰোঁ॥ ৮২৬
এহি বুলি ফিৰাই দিলা হৰিষাৰ আগে।
দেৱ যে মানুষ আৰো আমাক নলাগে॥
দেৱ যে মানুষ দেখি আমিয়ো ডৰাই।
কাণ ফাটে শুনি আতি কিবাক বোবাই॥ ৮২৭
হৰিষাৰ আগে দিয়া ভোণ্ট ফিৰি গৈলা।
দেখিয়া হৰিষা বৰ বিস্ময় লভিলা॥
মানুষক পাই ভোণ্টে ৰঙ্গ কৰি নেই।
হেন ভোণ্টে মানুষ ফিৰাই আনি দেই॥ ৮২৮
সেহি দিন হন্তে হৰি ক্ৰোধ ভাৱ এড়ি।
পীৰিতি কৰিয়া ৰাখে ৰাজাজ্ঞাক কৰি॥
কৃষ্ণ গুণ গাই দুয়ো থাকিলন্ত তথা।
আত পৰে যেন ভৈল শুনা তাৰ কথা॥ ৮২৯

দেখা সৰ্ব্বজনে মহা জন্দৰ ধৰ্ম্মক।
কি কৰিব ভোণ্টে যাৰ ঈশ্বৰ ৰক্ষক॥
একান্ত স্মৰণে যিটো ফুৰে নাম ধৰি।
তাক ৰক্ষা কৰিয়া আপুনি ফুৰা হৰি॥ ৮৩০
ভকতক নেনে আনে কহয় শাস্ত্ৰত।
সাক্ষাতে নেনিলে ভোণ্টে সবাতে বেকত॥
এড়িয়া আশঙ্কা সবে শুনা একচিতে।
বুলিবা ইসব কথা পাইলা কোন মতে॥ ৮৩১
শঙ্কৰ দেৱৰ শিষ্য নাৰায়ণ ভৈলা।
মাধৱ সহিতে দুয়ো সখিত কৰিলা॥
পৰম অত্যন্ত দুইৰো আছিলেক প্ৰীতি।
গৈলন্ত মাধৱ যেবে বেহাৰক প্ৰতি॥ ৮৩২
জয়নিয়া গ্ৰামে ৰহিলন্ত নাৰায়ণ।
এহি কথা সোধে আসি সবে ভক্তগণ॥
ভৱানীপুৰ নগৰত গোপাল আছন্ত।
ভক্ত সমে আসি এহি কথাক সোধন্ত॥ ৮৩৩
লক্ষ্মীকান্ত মথুৰাদাস ভক্ত সমে আসে।
দক্ষিণ কূলৰ বিষ্ণু নগৰ হৰিদাসে॥
লস্কৰ হাজাৰা ঠাকুৰীয়া যত যত।
তাৰায়ো সোধই কথা নাৰাণ দাসত॥ ৮৩৪

পূর্ব্বে শঙ্কৰক যেন মতে লাগ পাইলা।
শঙ্কৰ দেৱৰ যিটো কথাক পুছিলা॥
শঙ্কৰে যিসব কথা কহিয়া আছন্ত।
নাৰায়ণে সেহি কথা সবাতে কহন্ত॥ ৮৩৫
যি কাৰণে ৰাজা নিয়া ভোণ্টক দিলেক।
দেৱ মানুষ বুলি ভোণ্টেও নিনিলেক॥
নৰনাৰায়ণে শঙ্কৰক নিয়াইলন্ত।
বাদ কৰি পণ্ডিত সবক ভঙ্গাইলন্ত॥ ৮৩৬
সাৱশেষে কথা কহি থাকন্ত হৰিষে।
আমি সবে শুনি বসি থাকোঁ তান পাশে॥
কতো কথা মনে পৰে কতো পাসৰিলোঁ।
কৃষ্ণ কৃপা স্মৰি পদবন্ধে লিখি থৈলোঁ॥ ৮৩৭
খেমিয়োক সাধুসবে বড়া টুটা দোষ।
ইসব কথাক শুনি হুয়োক সন্তোষ॥
চৰণে শৰণ লৈলোঁ নেঠেলবা পাই।
নমো নমো কৃষ্ণ প্রভু দেৱ যদুৰাই॥ ৮৩৮
তোমাৰ ভৃত্যৰ ভৃত্য বুলি ধৰা মোক।
তোমাৰ কথাত মোৰ সদা ৰতি হৌক॥
তজু ভকতত মোৰ ৰহোক পীৰিতি।
তোমাৰ চৰণে কৰোঁ এতেক কাকূতি॥ ৮৩৯

যদিবা তোমাৰ কথা শুনোঁ কথঞ্চিত।
যেন বৰিষণ জল পৰে পাথৰিত॥
বজ্র কঠিন যে ভৈলা মোহোৰ হৃদয়।
কদাচিতো প্ৰেমৰস মনে নোপজয়॥ ৮৪০
যদি কদাচিত নাম আসয় মুখত।
জ্ঞান শূন্য শুক শাৰু লড়ে যেন মত॥
আজিকালি কৰন্তে বয়স বৃথা গৈল।
কৃষ্ণৰ চৰণে মোৰ ভকতি নভৈল॥ ৮৪১
বিষয়ৰ ৰাসে মন কৰিলোঁ অথিৰ।
কেতিখন পৰে ইটো মনুষ্য শৰীৰ॥
আলো ছাঁত জানা সাধিবেক সবে কাম।
নিস্তৰো ভৈবেসে সবে বোলা ৰাম ৰাম॥ ৮৪২

---

ভোণ্টে নেনিলেক জানি নৰ নাৰায়ণে শুনি
মনে মহা বিস্ময় মিলিল।
আপুনাৰ ভক্ত বুলি ৰাখিলন্ত বনমালী
তাতেসে ভোণ্টেয়ো ফিৰাই দিল॥

শঙ্কৰক পাইবোঁহো সবে কথা পুছিবোঁহো
যিমত ভকতি ধৰ্ম্ম সাৰ ।
মোত মহা ভয় ভৈলা পলাই কোন দেশ গৈলা
কোন মতে লাগ পাইবোঁ আৰ ॥ ৮৪৩
ব্রাহ্মণ সবৰ বাক্যে বিস্তৰ গৰ্জ্জিলোঁ তাঙ্কে
আউৰ লাগ নেদিবে আমাক ॥
শঙ্কৰক স্মৰি মনে বৈলা নৰ নাৰায়ণে
শুনিয়োক পাচৰ কথাক ॥
গোকু চান্দ নাৰায়ণে বাসা কৰি পূৰ্ব্ব থানে
সুখে ৰাত্রি নিদ্রাক লভিলা ॥
পুহাইল ৰজনী জানি ঠকুৰা আসন আনি
ওহলাই দুয়ো বাহিৰে বসিলা ॥ ৮৪৪
দুইৰো দুইত আতি প্রীতি নামত একান্ত ৰতি
থাকোঁ দুয়ো হৰি গুণ গাই ।
অনেক দোকানী গণে বেঢ়ি আসি সেহি থানে
থাকে ৰঙ্গে দুই হান্তক চাই ॥
কতোক্ষণ চাহি আছি মাথাৰ নমাৰ পাছি
যাত যিবা বস্তু আছে জানি।
াউল দালি বাঙ্গন মৎস্য খৰি তেল লোণ
আগত পেহলাই দেই আনি ॥ ৮৪৫

মধ্যাহ্ন ভৈলেক জানি সবে বস্তু কোঞ্চাই আনি
গোকু চান্দে বাসাত থৱন্ত।
নদীজলে স্নান কৰি নাৰায়ণ মধু হৰি
গোকুচান্দ চাৰিয়ো ভুঞ্জন্ত॥
গোকু চান্দ নাৰায়ণ কৃষ্ণ পাৱে দিয়া মন
সুখে দুয়ো নিদ্ৰাক লভিলা।
আতিশয় বৰ ডাণ্ট লোহাৰ নিহল পাণ্ট
নাৰাণদাসৰ ভৰিৰ খহিলা॥ ৮৪৬
চেতনক পাই ৰাতি ডাকন্ত হৰিক মাতি
উঠ উঠ হৰি শীঘ্ৰ কৰি।
আছিলোঁহো নিদ্ৰা যাই দেখিলোঁ। চেতন পাই
নিহল খসিল এক ভৰি॥
শুনি হৰি ত্ৰস্ত হুই শীঘ্ৰে জালিলেক জুই
দেখয় উদাস এক ভৰি।
বোলে ক্ৰোধ কৰি মন শুন অৰে নাৰায়ণ
নিহল খসাইলি কেনে কৰি॥ ৮৪৭
নাৰায়ণে বোলে মাতি কি কৰি খসিল ৰাতি
আক মঞিও নজানো নিশ্চয়।
ঘুমটিক পৰিহৰি কৃষ্ণৰ নামক ধৰি
ৰজনীক কৰিলোঁহো ক্ষয়॥

আনো লোকে চাহিলেক কেন মতে খসিলেক
মনে মহা বিস্ময় লভিলা ।
হৰিষা মনত গুণি কমাৰক মাতি আনি
পূৰ্ব্বৱতে নিহাল লগাইলা ॥ ৮৪৮
গোকু চান্দ নাৰায়ণ হৰি সমে তিনি জন
গাৱ ধুইবে নদীক লড়িলা ।
বুলি যাইতে এক পাণ্ট লোহাৰ নিহল ডাণ্ট
নাৰাণদাসৰ ভৰিৰ ছিণ্ডিলা ॥
হৰিষা পিচতে যাই আগতে আছিলা চাই
ছিন্দিয়া নিহাল পৰিলেক ।
আশ্চৰ্য্য লভিয়া মনে স্নান কৰি তিনি জনে
নিবৰ্ত্তি বাসাক আসিলেক ॥ ৮৪৯



গধূলি সময় হৰিষা বোলয়
শুন অৰে নাৰায়ণ ।
ৰাত্ৰি দিনে কৃষ্ণ নামক ডাসক
নপাঞ্ৰ একো প্ৰমাণ ॥

ৰাজাৰ সিলাই          পূজকে নপাইলে
    স্বপ্নক সিয়ো দেখাৱে।
তোমাৰ কৃষ্ণক          কোনে নেদেখয়
    যেবে ধৰ্ম্ম সত্য হোৱে॥ ৮৫০
নাৰায়ণে বোলে          শুনিবি হৰিষা
    সংশয় নকৰ মনে।
পূৰ্ব্ব জন্মে যিবা          পাপ কৰি আছোঁ
    ভুঞ্জোঁহো তাক আপুনে॥
পাপৰ পুণ্যৰ          দুই গোটা ফল
    জানিবি আক নিশ্চয়।
পুণ্যফল সুখ          পাপফল দুখ
    ভুঞ্জিলে সে হৰে ক্ষয়॥ ৮৫১
এতেকে আমাৰ          ভুঞ্জিবাক লাগে
    নকৰহোঁ দুখ মন।
এতেক কহন্তে          হৰি নিদ্ৰা গৈলা
    দেখিলে পাচে সপোন॥
আকাশৰ পৰা          দিব্য বিমানেক
    ভূমিক নামিয়া আসে।
কোটি যে সূৰ্য্যতো          কৰিয়া অধিক
    বিমান খান প্ৰকাশে॥ ৮৫২

আলগতে আসি ৰহিলা বিমান
চাহে হৰি সচকিতি।
সবে চতুৰ্ভুজ শ্যাম পীত বস্ত্ৰ
দেখন্তে আতি তৃপিতি॥
কিৰীটি কুণ্ডল কৰে জল মল
ৰত্ন বিৰচিত হাৰ।
শঙ্খ চক্ৰ গদা পঙ্কজ শোভিত
ৰূপ আতি চমৎকাৰ॥ ৮৫৩
কমল নয়ন প্ৰসন্ন বদন
কোণ্টি চন্দ্ৰমাকো গঞ্জে।
পাটভুনি পীত মেখলা কটিত
ৰত্নৰ কিঙ্কিণী বাজে॥
চৰণ কমল নূপুৰে ৰঞ্জিত
নখচন্দ্ৰ প্ৰকাশয়।
দৃষ্টি ভৰি হৰি চাহিয়া আছয়
মনত মহা বিস্ময়॥ ৮৫৪
সেহি বিমানত শঙ্কৰো আছন্ত
বোলন্ত বাক্য শুনাই।
মোৰ ভকতক এতে দুখ দেই
কিছো মোক শঙ্কা নাই॥

আমি বিদ্যমান আছন্তে ভক্তক
ভোগ্টে কিনিবাক পাৰে।
কোনেবা দিবেক কোনেবা নিবেক
শকতি আছে কাহাৰ ॥ ৮৫৫
দুই হাস্তক মঞি লিখিয়া লৈলঞ
গোকুলচান্দ নাৰায়ণ।
শুনি কৰজোৰে নাৰায়ণে উঠি
বুলিলা পাচে বচন ॥
হৰিষাকো বাপ লিখিয়া লৈয়োক
শুনিয়া লিখিয়া লৈলা।
অনন্তৰে পাচে দিব্য বিমানত
আকাশৰ পথে গৈলা ॥ ৮৫৬
স্বপ্নক দেখিয়া চেতন লভিয়া
হৰিষা উঠি বসিলা।
উঠা উঠা বাপু নাৰায়ণ বুলি
শীঘ্রে ডাকিবাক লৈলা ॥
উঠা উঠা বাপু নাৰায়ণ তুমি
কতেক পাৰা ঘুমটি।
শুনি নাৰায়ণ গোকুচান্দ দুই
শয্যাত বসিলা উঠি ॥ ৮৫৭

হৰিষাৰ বোলে নাম ধৰিলন্ত
হৰিয়ো লগতে গাইল।
নামৰ আনন্দ ৰসে হৰিষতে
ৰজনী গোট পুহাইল॥
কমাৰক মাতি নিহল গুচাইল
কহিল কথা স্বপ্নৰ।
নাৰায়ণ গোকুল চান্দ কান্দিলন্ত
বাক্য শুনি শঙ্কৰৰ॥ ৮৫৮
দুই হান্তৰ পাৰে নমস্কাৰ কৰি
হৰিষা বোলে বচন।
নিশ্চয় বুলিলোঁ ভজিবোঁ কৃষ্ণক
কৰায়ো মোক শৰণ॥
নাৰায়ণে বোলে শৰণ কৰাইলে
সবে লোকে শুনিবেক।
এহি দোষে ৰাজা তোমাক আমাক
ভোণ্টক পুনু দিবেক॥ ৮৫৯
হৰিষা বোলয় সবে পৰিয়াৰে
নিশ্চয় শৰণ লৈবোঁ।
যদি ৰাজা খণ্ডে তোমাৰ বদলে
আমৰা ভোণ্টক যাইবোঁ॥

দৃঢ় কথা শুনি নাৰায়ণে হেন
উপদেশ সমস্তে কৈলা।
হৰিষা শুনিয়া মহা ৰঙ্গ হুয়া
নৈবেদ্য আনি মিলাইলা॥ ৮৬০
পূৰ্ব্বৰ স্বভাৱ সমস্তে এড়িয়া
নিশ্চয় কৰিয়া মন।
গুণ চিন্তামণি পুথি আগে থৈয়া
কৃষ্ণৰ লৈলা শৰণ॥
হৰিৰ প্ৰসঙ্গ কৰি নাৰায়ণ
গোকুল চান্দ তথা ৰৈলা।
শুনা সবে নৰে আত অনন্তৰে
পাচে যেন কথা ভৈলা॥ ৮৬১
শুনা সবে নৰ মহন্ত সঙ্গৰ
দেখিয়ো কেন মহত।
সাধু সমস্তৰ দৰশন মাত্ৰে
হৰয় পাপ সমস্ত॥
সাধু সঙ্গ লৈয়া নিশ্চয় কৰিয়া
কৃষ্ণ কথাক সুমৰি।
কৰ্ণ পথে আসি হৃদয় পদ্মত
প্ৰকাশ হোৱন্ত হৰি॥ ৮৬২

বাসনা সহিত যত পাপ আছে
নিঃশেষে তাক হৰন্ত।
ভকত জনৰ পৰম সুহৃদ
উপকাৰী ভগৱন্ত ॥
ভক্তি নামে কৃষ্ণ শৰণে সে বীজ
সাধু সবে ভূমি তাৰ।
ডাল পত্ৰ পুষ্প ইহাৰ সাধন
প্ৰেম ৰসে ফল সাৰ ॥ ৮৬৩
নমো নমো দেৱ দৈবকী নন্দন
ভকত বৎসল স্বামী।
তোমাৰ অভয় চৰণ পঙ্কজে
শৰণে পশিলোঁ আমি ॥
শৰণা গতক নেড়িবা মাধৱ
নকৰিবা আশা ভঙ্গ।
জনমে জনমে দিয়োক তোমাৰ
প্ৰিয় ভকতৰ সঙ্গ ॥ ৮৬৪
সাধুসঙ্গ বিনে উপদেশ মনে
নোচোৱে কৃষ্ণৰ পাৱে।
ক্ষণ মাত্ৰ সাধু সঙ্গ লৈলে হোৱে
সংসাৰ সাগৰ পাৰ ॥

চিত্তে চৰণক চিন্তোক সদায়
বচনে নেড়োক নাম।
মূৰুখ ভূষণে কাকূতি কৰয়
ডাকি বোলা ৰাম ৰাম ॥ ৮৬৫



আত অনন্তৰে শুনিযোক সবে
পণ্ডিতৰ যেন মত।
কেৱল ভকতি দেখান্ত শঙ্কৰে
প্ৰকাশ কৰে লোকত ॥
বহু বিধ ভক্তি নৱ বিধ ভক্তি
ত্ৰিবিধ ভক্তি আছিল।
সমস্তকে তেজি কেৱল ভকতি
লোকত প্ৰকাশ কৈল ॥ ৮৬৬
এহি কথা শুনি ধৰ্ম্মী সকলৰ
মিলিল দুখ মনত।
শঙ্কৰে আমাৰ পূজাক খণ্ডাইলে
থাকিবোঁ কোন দেশত ॥

কামৰূপ মধ্যে যতেক ব্ৰাহ্মণ
সবে এক ভিতি ভৈলা ।
নৰ নাৰায়ণ ৰাজাৰ আগত
গোচৰ কৰিবে লৈলা । ৮৬৭
বেদক নমানে তীৰ্থক নমানে
নুপূজে দেবী মাৰক ।
তুমি মহাৰাজ পণ্ডিত জানিয়া
তোমাত কহিলোঁ বাক ॥
পূৰ্ব্বে এক বাৰ শঙ্কৰে সহিতে
ৰাজাৰ পাশে চলিলোঁ ।
শাস্ত্ৰক বিচাৰি ৰাজাৰ আগত
শাস্ত্ৰৰ অৰ্থ নকৈলোঁ ॥ ৮৬৮
তাতেসে শঙ্কৰে আপুনাৰ মত
ৰাখিয়া আছন্ত তথা ।
হুই মুই সিটো আমাৰ বচন
সোধা ভাতে ইটো কথা ॥
হেন শুনি ৰাজা মনত বোলয়
দূতক মাতি পঠাএ ।
কেন কেন মতে শঙ্কৰ প্ৰৱৰ্ত্তে
তান পৰীক্ষিয়া চাএ ॥ ৮৬৯

বহল কৰিয়া　　সমাজ পাতিয়া
　　ব্ৰাহ্মণ সৱক মাতি।
আতি শীঘ্ৰ কৰি　　দূতক পঠাইলা
　　মহাক্ৰোপ কৰি আতি॥
ৰাজাৰ আদেশ　　শুনি লড়িলন্ত
　　মহাশীঘ্ৰ আতি কৰি।
কহিবা মাত্ৰকে　　লড়িলা শঙ্কৰ
　　ভকত সবে আবৰি॥ ৮৭০
নৃপতিক আদি　　ছোট যে দেৱান
　　তেহেন্তে শুনিলা তথা।
মহাপুৰুষক　　নৃপতি আনন্ত
　　ব্ৰাহ্মণৰ বাদ কথা॥
সপুত্ৰ বান্ধৱে　　গৈলা আগ বাঢ়ি
　　আজিসে জন্ম সফল।
সাদৰ কৰিয়া　　গৃহ প্ৰবেশাইলা
　　লৈলা পাদোদক জল॥　৮৭১
কায়বাক্যমনে　　শৰণ পশিলোঁ
　　তুমি মোৰ নিজ স্বামী।
যত ধন জন　　সবে সমৰ্পিলোঁ
　　তোমাৰ চৰণে আমি॥

এহি মতে তুতি অনেক কৰিলা
কহিয়া অন্ত নপাই।
ৰাজাৰ আগত দূতে কহিলেক
সবে কথা অভিপ্ৰাই ॥ ৮৭২
আসিছা শঙ্কৰ ছোট নৃপতিয়ে
ৰাখিলন্ত পন্থে পাই।
হেন শুনি ৰাজা মনত আসুখে
পঠাইলা দূত দুনাই ॥
সুধিলা শঙ্কৰে দূতেয়ো কহিলা
পঠাইছা নিবাক বুলি।
দাদাত কহিবি নপঠাঞ সভাক
পাৰৰ লৈ আছা ধূলি ॥ ৮৭৩
দূতে কহিলেক নৃপতিৰ আগে
ছোট দেৱানৰ বাক।
দূতক বোলন্ত শীঘ্ৰ কৰি যাই
আনাহা মোৰ সভাক ॥

দূতে গৈ কহিলা শঙ্কৰো আসিলা
দেখিলন্ত ৰাজা পাচে।
দেখন্ত শঙ্কৰ সভাৰ মাজত
থিয় দিয়া ৰহি আছে ॥ ৮৭৪

মহা পুৰুষক দেখিয়া ৰাজাৰ
আনন্দে নধৰে হিয়া।
চাৰি শ্লোকে ৰাজাক আশীৰ্ব্বাদ কৰি
সমাজে বসিলা গিয়া॥
কম্বল দিলন্ত তাতে বসিলন্ত
শ্লোকৰ অৰ্থ পুছিলা।
ইটো অৰ্থ বাপ আমাত কহিয়ো
শুনি ৰঙ্গ মন ভৈলা॥ ৮৭৫
শুনিয়োক সভা সদে নিৰন্তৰ
শঙ্কৰৰ গুণ যশ।
জগতক উদ্ধা ৰিবে পূৰ্ণ কৃষ্ণ
কৰিলা গুণ প্ৰকাশ॥
হেন জানি সবে শঙ্কৰৰ মত
ধৰিয়া এড়ি আলাস।
তেজি মিছা কাম বোলা ৰাম ৰাম
বৈকুণ্ঠে কৰিয়া বাস॥ ৮৭৬

---

মহান পুৰুষে এক জোৰা জুড়িলন্ত।
ৰাজায়ো বোলন্ত আৰো জুড়িয়া কহন্ত॥

এহি মতে এক শতাধিক জুড়িলন্ত।
শঙ্কৰ দেৱৰ মহিমাক দেখিলন্ত॥ ৮৭৭
বেদ তীৰ্থ প্ৰতিমা দেবীক নমানন্ত।
এহি কথা আমাৰ আগত কহিছন্ত॥
কৃষ্ণ মূৰ্ত্তি প্ৰতিমা আসি আছে মোৰ।
ইটো কথা যিটো কহে জানোঁ সেহি চোৰ॥ ৮৭৮
দেবীপূজা নকৰোঁ ইহাক জানিৱন্ত।
তোমাৰ পূজিবে লাগে ঐশ্বৰ্য্য দিবন্ত॥
নব বাৰী হন্তে এক বাৰীয়া আসিল।
দুই চৰু মৰিচ আনি ৰাজাত ভেটিল॥ ৮৭৯
মহাৰাজা বোলে মোৰ কি ভাগ্য মিলিল।
নৱ বাৰী বস্তু আজি সবাতো লাগিল॥
এহি বুলি চৰু মেলি সমস্তকে দিলা।
পাইবা মাত্ৰ মৰিচক ভোজন কৰিলা॥ ৮৮০
মহাপুৰুষ যেবে তাক নকৰা ভোজন।
দেখিয়া নৃপতি চাই বুলিলা বচন॥
মৰিচক কিবা হেতু নকৰা ভোজন॥
শঙ্কৰে বোলন্ত শুনা ইহাৰ কাৰণ॥ ৮৮১
কোচ কেওট লোকে ভৰিয়ে মাৰয়।
বাহিগাৰে উখাই আক বাঢ়ণী লৰায়॥

এতেকেসে পথালিয়া ভুঞ্জিবাক লাগে।
ইহাতে শঙ্কৰে বোলে কৰ্ম্ম সব ভাগে॥ ৮৮২
অনাচাৰ ব্ৰাহ্মণ তই ৱকো নজানস।
শঙ্কৰ গোসাঞ তাতে সমস্তে কৰিস॥
সেহি সময়ত ৰাজা বুলিলা বচন।
এক গোট গীত কৰি দিয়ো এতিক্ষণ॥ ৮৮৩
ব্ৰাহ্মণ সকলে তাক কেহো নোৱাৰিল।
মহান পুৰুষে এক নিমিষে কৰিল॥
মহিমা দেখিয়া ৰাজা অদ্ভুত মানিল।
এহেন্তি ঈশ্বৰ হেন মনত জানিল॥ ৮৮৪
নৃপতি বোলন্ত তোৰা কিছোৱে নজান।
শঙ্কৰক মিছা কাজে বাদ কৰি আন॥
থালক মাজিতে ৰাজা ভৈক পাঞ্চিলন্ত।
ভোজনক লাগি বহু সম্ভাৰ দিলন্ত॥ ৮৮৫
আত অনন্তৰে কথা শুনা সৰ্ব্বজনে।
শঙ্কৰ দেৱক খণ্ড কৰাইলা ব্ৰাহ্মণে॥
মহা মনকোপে ৰাজা দূতক পঠাইলা।
দূত মুখে শুনি ৰাজা সমাজক আইলা॥ ৮৮৬
সবাৰো আনন্দ মহা পুৰুষক দেখি।
নৃপতি বিস্ময় মনে আছন্ত নিৰেখি॥

মনতে বোলন্ত কিনো তেজ পৰাক্ৰম।
কোননো পণ্ডিত আনআগে হুইব সম ॥ ৮৮৭
আসন দিলন্ত ৰাজা কৰিয়া সাদৰ।
বসিলন্ত তাতে মহা পুৰুষ শঙ্কৰ ॥
সভাক ৰঞ্জিয়া প্ৰভু সুখে আছা বসি।
তাৰাৰ মধ্যত যেন পূৰ্ণিমাৰ শশী ॥ ৮৮৮
ঝালুক ভুঞ্জিয়া ভঙ্গ খাইলেক ব্ৰাহ্মণে।
লজ্জা হুয়া অধোমুখে মনে মনে গুণে ॥
শঙ্কৰক চাই ৰাজা মাগিলা সম্বুধি ॥
দিলন্ত উত্তৰ নৰনাৰায়ণে সুধি ॥ ৮৮৯
আত অনন্তৰ কথা শুনিয়োক পাচে।
ভুবনেশ্বৰীৰ গীত গায়া ৰঙ্গে আছে ॥
সেহি সময়ত ৰাজা শুনিলন্ত গীত।
জুৰাই মন প্ৰাণ যেন বৰিষে অমৃত ॥ ৮৯০
নৃপতি বোলন্ত ইটো গীত অনুপাম।
কোনে কৰিৰ আছে কৈয়ো কিবা আন নাম ॥
শুনি মহাদেই পাচে বুলিলা বচন।
কিবা হেতু সোধা কথা কিবা প্ৰয়োজন ॥ ৮৯১
নামত শঙ্কৰ তেন্তে ঈশ্বৰ পুৰুষ।
লোক নিস্তাৰক হেতু কায়ত মানুষ ॥

শুনা মহাদেই মোত আছা ছদ্ম কৰি ।
তাহান্তে শৰণ লৈবোঁ আনা শীঘ্র কৰি ॥ ৮৯২
শুনিয়া শঙ্কৰ প'চে বেহাৰক গৈলা ॥
দেখিয়া নৃপতি মহা আনন্দ লভিলা ॥
সন্যাসী সহিতে ৰাজা বিবাদ কৰাইলা ।
লীলায়ে শঙ্কৰ দেৱ সন্যাসী জিনিলা ॥ ৮৯৩
হেন দেখি নৃপতিয়ে আনন্দ লভিলা ।
মহা পুৰুষত ৰাজা শৰণ পষিলা ॥
পাদ্য অর্ঘ দিয়া পাচে নৃপতি পূজিলা ।
ভক্ত সমন্বিতে পাচে গৃহক আসিলা ॥ ৮৯৪
কতো দিন মহা সুখে তথাত আছিলা ।
তাত পাচে বেহাৰ নগৰ চলি গৈলা ॥
থানক সজাই পাচে তথাত ৰহিলা ।
শ্রবন কীর্ত্তন সবে কহিবে লাগিলা ॥ ৮৯৫
কতো দিন মহা সুখে তহিতে আছিলা ।
দেহ এড়ি তেখনে বৈকুণ্ঠ চলি গৈলা ॥
সেহি নাম গুণ কহি মাধৱ আছিলা ।
ঈশ্বৰৰ আজ্ঞা ভৈল বৈকুণ্ঠ চলিলা ॥ ৮৯৬
জয় জয় পুৰুষ উত্তম গুণে নাহি আৰ ।
হৰিৰ ভকতি তেন্তে কৰিলা প্রচাৰ ॥

পুৰুষোত্তম নাম ধৰি লোক নিস্তাৰিলা।
শঙ্কৰত বিনে গুৰু আন নকহিলা॥ ৮৯৭
পুত্ৰতো অধিক কৰি ভক্তক পালিলা।
ভাগৱত শাস্ত্ৰমানে কণ্ঠাগত কৈলা॥
তান্ত পৰে পৃথিবীত পণ্ডিত লাহিলা।
যতেক পণ্ডিত মানে তাহাতে থাণ্টিলা॥ ৮৯৮
পৃথিবীক ভৰি তেন্তে যশস্যা থৈলন্ত।
হৰি ভক্তি কৰি তেন্তে সুখে আছিলন্ত॥
অগাধ সাগৰ তেন্তে আপুনি ঈশ্বৰ।
তাহান মহিমা কহি কোনে পাৰে পাৰ॥ ৮৯৯
দুই ঠাকুৰক এক বুলি ধৰিবাহা।
দুই খান হস্তক কোনে ভিন্ন কৰিবাহা॥
শ্ৰীমন্ত পুৰুষোত্তম শ্ৰীশ্ৰীচতুৰ্ভুজ।
শৰীৰত ভিন্ন দুইৰো আত্মা একানুজ॥ ৯০০
বেহাৰ নগৰে কতো দিন আছিলন্ত।
ভকত সৱক মাতি প্ৰবোধ দিলন্ত॥
শুনিয়ো ভকত সব কহোঁ সাৰে সাৰ।
শঙ্কৰত বিনে গুৰু নেদেখিবা আৰ॥ ৯০১
শ্ৰৱণ কীৰ্ত্তন বিনে ধৰ্ম্ম নাহি আন।
ভকত সবাতে শ্ৰেষ্ঠ জানিবা প্ৰধান॥

ঠাকুৰৰ বাক্য শুনি সবে ভয় ভৈলা।
ধৰ্ম্মক প্ৰখ্যাত কৰি আমাত কহিলা॥ ৯০২
ভকতৰ বাক্য শুনি কহিলন্ত তথা।
শুনা ভক্ত সব মঞিত্ত কহোঁ এক কথা॥
ঘৰ্বাসিয়া নগৰক যাহা এতিখন।
আনা গৈয়া ঠাকুৰক হঞ দৰিশন॥ ৯০৩
শুনা সভাসদ ইটো গুৰুৰ চৰিত্ৰ।
আত পৰে পুণ্য আৰো নাহিক কলিত॥
অধৰ্ম্মে জুৰিছা লোক হৈলা একাকাৰ।
আন কৰ্ম্মে ধৰ্ম্মে জানা নাহিক নিস্তাৰ॥ ৯০৪
কলিত নিস্তাৰ কৰে মাধৱৰ নাম।
হেন জানি সদায়ে স্মৰিয়ো অবিশ্ৰাম॥
সমস্ত শাস্ত্ৰতে কহে এহি মূল কাম।
কহয় ভূষণে ডাকি বোলা ৰাম ৰাম॥ ৯০৫

---

হেন শুনি পাচে বুলিলা ভকত
মনত কৰিয়া তাপ।
কিবা হেতু তাক আনিতে পাছাহা
কহিয়ো আমাত বাপ॥

ভকতৰ হেন শুনিয়া বচন
কহিলন্ত সবে কথা ।
তাস্তে ধৰ্ম্ম থৈয়া আমি প্ৰাণ এড়োঁ।
কহিলোঁ নিস্তে সৰ্ব্বথা ॥ ৯০৬
চাউলত ভাৰষা কৰিয়া সবেও
কথাক পাচে কহিলা ।
পন্থত ঝুণ্টতে যাইবাক নপাৰি
ফিৰিয়া সবে আসিলা ॥
এহি বাক্য শুনি বুলিলা বচন
জানিলোঁ সবাৰো কথা ।
ধৰ্ম্মে সে আপুনি আবৰিবে যাই
কহিলোঁ মন্ত্ৰিও সৰ্ব্বথা ॥ ৯০৭
সেহি সময়ত বুঢ়া হৰিভক্ত
আসিলন্ত দুই জন ।
ঠাকুৰে পৃথিবী এড়িবে খোজন্ত
দেখোঁহো গৈয়া চৰণ ।
বৰে পুৱাতেই গোপাল আতাই
দুইজনে সুধিলা গৈ ।
তোমৰা পৃথিবা এড়িবে খোজাহা
ধৰ্ম্ম কাহাত থাপি থৈ ॥ ৯০৮

শুনিয়ো গোপাল   শুনিয়ো গোবিন্দ
তোমাত কহঞো নিষ্ট।
ঘৰসিয়া মধ্যে   আছন্ত ঠাকুৰ
আমাৰ ভাতৃ কনিষ্ঠ॥
তান্তে ধৰ্ম্ম থৈলোঁ   নিষ্ট কওঁ মঞি
সবাৰে আগতে কঞো।
যেন হস্তিদন্ত   একোটা থাকন্ত
এগোটা সৰিয়া যান্ত॥ ৯০৯
এহি বাক্য ৰহি   ঠাকুৰ ঈশ্বৰ
তন্তি মৌন হুয়া ৰৈলা।
শ্ৰীশঙ্কৰক   হৃদয়ে ধৰিয়া
বৈকুণ্ঠক চলি গৈলা॥
পৰম যশজ্ঞ   প্ৰভু চতুৰ্ভুজ
ঘৰসিয়া মধ্যে থাকি।
শ্ৰীশঙ্কৰৰ   ইটো শুদ্ধ ধৰ্ম্ম
কহিলা জগত ঢাকি॥ ৯১০
আপুনি ধৰ্ম্মত   নিপুণ যি হেতু
নলৈলন্ত গুৰু ভাৰ।
এহি গুৰু ভাৰ   যিজনে লোৱয়
জানিবা নোহে আমাৰ॥

শঙ্কৰ হেন গুৰু জানিবাহা নিষ্ট
সবাতে কহোঁ বচন।
কোন থানে বঞ্চো হৰি ভক্ত সমে
কৰিলা পাচে গমন ॥ ৯১১
এহি খানে আমি নিবাস কৰিবোঁ
কহিলোঁ সবাতে কথা।
ভক্তগণ সমে কাষ্ঠ বন কাটি
থান বান্ধিলও তথা ॥
ঘৰসিয়া এড়ি সেহি থানে গৈয়া
কীৰ্ত্তন ঘৰ বান্ধিলা।
মণিকূট সাজি ঈশ্বৰ থাপিলা
লোকত দেখায়া লীলা ॥ ৯১২
আপুনাৰো থান ভকতৰো থান
তৰি লগীয়াৰ হাটী।
শ্ৰৱণ কীৰ্ত্তন সততে কৰয়
ভক্তে কৰি পৰিপাতি ॥
বিষ্ণু বৈষ্ণৱ যে নিবাস কৰিলা
বিষ্ণুপুৰ নাম থৈলা।
মহাপুৰুষৰ আসন থাপিয়া
সবে সেৱা কৰি ৰৈলা ॥ ৯১৩

আত অনন্তৰে শুনিয়োক কিছো
থানৰ যেন মহিমা।
চাৰিয়ো পাঞ্জৰে চাৰি সৰোবৰ
কহোঁ তাৰ কিছো সীমা॥
দক্ষিণে বড়দলৈ পূবত কনৈৰ
মাজত ঝুনঝুনীয়া।
উত্তৰে পশ্চিমে আছে তামৰঙ্গা
কোনে সীমা পাৰে কৈয়া॥ ৯১৪
শ্ৰাৱণ সময়ত ভকত সকলে
নামিয়া স্নান কৰয়।
মহাপুৰুষৰ নাতিৰ চৰণে
উঠি আসি প্ৰণাম কৰয়॥
এহি মতে তৈত আনন্দে আছন্ত
লোকৰ কুশল চিন্তি।
সাগৰ প্ৰযন্তে যশস্যা গৈলেক
ফুতি শঙ্কৰৰ কীৰ্ত্তি॥ ৯১৫
দ্বিজত ভকত জানিবা বৎসল
নাহি আৰো তান্ত পৰে।
তাহাৰ চৰণে শৰণ পশিয়া
পাপীয়ো সংসাৰ তৰে॥

পূৰ্ব্বত দৈবজ্ঞে কহিয়া আছন্ত
ঠাকুৰৰ যশ ৰাশি।
গঙ্গাত শৰীৰ এড়িবন্ত এন্তে
কহিলোঁ মঞিও প্ৰকাশি ॥ ৯১৬
শুনা সৰ্ব্বজন কৰি এক মন
শঙ্কৰ চৰিত্ৰ সাৰ।
আত পৰে গতি নাহিক সম্প্ৰতি
দুৰ্ঘোৰ কলিত আৰ ॥
কেৱল ভকতি প্ৰকাশিলা আতি
শ্ৰীমন্ত শঙ্কৰদেৱ।
তান্ত বিনে আন ইতিনি ভুৱনে
তাৰন্তা নাহিকে কেৱ ॥ ৯১৭
তাহান চৰণে পশিয়া শৰণে
শ্ৰৱণ কীৰ্ত্তন কৰা।
ভকতৰ সঙ্গে শুনি মহাৰঙ্গে
সুখে ভবনদী তৰা ॥
শুনা সৰ্ব্বজন কণ্ঠৰ ভূষণ
জ্ঞান শূন্য অল্প মতি।
শঙ্কৰ চৰিত্ৰ পুস্তকৰ কথা
এহি মানে সমাপতি ॥ ৯১৮

শুনা সভাসদগণ কৃষ্ণপাৱে
এড়ি আন কথা ভাষভূষ।
শ্ৰৱণ কীৰ্ত্তন কৰা সুখে সংসাৰক তৰা
উদ্ধাৰিয়ো আপুন পুৰুষ ॥
সবে পুত্ৰ ভাৰ্য্যা ভাই আগতে থাকাহা চাই
তাক কেহে নকৰাহা মন।
একে তিলে যাই মাৰি নিবে যম দূতে ধৰি
পৰিয়া থাকিবে সব ধন ॥ ৯১৯
নমো নমো নাৰায়ণ পাপী কবি একোজন
সংসাৰত নাহি মোক সমে।
একেকে তোমাৰ দুই চৰণে শৰণ লৈলোঁ।
মোক নেনস্তোক আসি যম।
অল্প মতি জ্ঞানশূন্য ভকতি মুকুতি হীন
নজানো তোমাৰ একো কাম ॥
হেন জানি সাধুলোক মোৰ দোষ ক্ষমিয়োক
ডাকি সবে বোলা ৰাম ৰাম ॥ ৯২০



# সংক্ষেপ ন'ট বা শুধৰণি ।

শঙ্কৰ—শম-কল্যাণ-কৃ-কৰা, কল্যাণকৰ । শিব । স্ত্ৰী—শঙ্কৰী—শিবানী, ভবানী ।

১ পৃ ৬ শা —অৱতৰি—সাকাৰৰূপে পৃথিবীলৈ নামি আহি ।

২ „ ৭ „ অন্ত্যজ—অতি হীন জাতিত ওপজা ।

„ „ ১০ „ বৰদোৱা—নগাওঁ সদৰৰ পৰা ব্ৰহ্মপুত্ৰৰ ফালে ৯ মাইল দূৰত ।

৪ „ ৯ „ আঢ্যৱন্ত—সম্পত্তিশালী, সচ্ছল অৱস্থাৰ ।

৬ „ ১ „ ৰাতুল—ৰঙা ।

„ „ „ „ সুঠান—ঠগত, সুচাৰু

„ „ ৫ „ দ্ৰোণী পতা—দুণৰী পতা, পাএত চাউল বা ধান দি তাৰ ওপৰত চাকি জ্বলাই দি মান ধৰা ।

„ „ ১১ „ বৈধ্য শাস্ত্ৰ—বেদ-তন্ত্ৰ-স্মৃতি-দৰ্শন-পুৰাণাদি ।

„ „ „ „ অঠৰ পুৰাণ—ব্ৰহ্ম, পদ্ম, বিষ্ণু, অগ্নি, ব্ৰহ্মাণ্ড, গৰুড়, ব্ৰহ্মবৈবৰ্ত্ত, শিব, লিঙ্গ, নাৰদ, স্কন্দ, মাৰ্কণ্ডেয়, মৎস, কুৰ্ম্ম, বৰাহ, বামন, ভৱিষ্য আৰু কল্কি ।

„ „ ১৩ „ ভাগৱত—শ্ৰীমদ্ভাগৱতকে উল্লেখ কৰিছে । দেবী ভাগৱত বুলি আন এখন ভাগৱত আছে । ভগৱন্তৰ ভক্ত ।

৭ „ ৬ „ অহনিশ—দিনে ৰাতিয়ে, গোটেই দিন ।

৭ পৃ ৭ শা—খোড়—খলী পাতি কচুগুটি আদিৰে এক প্ৰকাৰ খেলা।

" " ১৬ " উৰাৱন্ত—পিন্ধায়। যত্নয়ে কাপোৰ উৰিছে।

" " ১৮ " পৰাই—নিচিনা।

৮ " ৫ " বাহ্রয়—১২ বাৰ। বাহ্র, বাৰ্ই-দুৰ্ই ৰকমেই লিখা আছে। বাৰহয় ধৰিলে বেয়া নহয়।

৯ " " " নতঙ্কোহোঁ—তঙ্কা-শাসন কৰা।

১২ " ৫ " দৈত্যাৰি—দৈত্য+অৰি বিষ্ণু বা কৃষ্ণ।

" " ১২ " আৰিসি—আৰ্হি।

১৩ " ১৫ " চিবুক—থোতোৰা।

১৪ " ২ " পামৰি—চাদৰ।

" " ৩ " ভুনি—ধুতি, চুৰিয়া।

১৫ " ২ " স্নানিবাক—স্নান কৰিবলৈ।

" " ৭ " শুসু—শিহু, শুহু। সং-শিশুক।

" " " " উৰফাল হ'ব। খৰমৰা।

১৫ পৃ ১২ শা সাম্বুৰি—সাঁতুৰি।

" " ১৬ " চাম্প—ঝাঁপ।

১৬ " ৫ " গহন—দ; গভীৰ।

" " ৭ " বৰ হিয়া—সাহস।

১৭ " ১৪ " জুৰিয়ো—ঠিক কৰা।

১৮ " ৯ " বহাৰি—বোৱাৰী।

২০ " ২ " দুৰ্ল্লভ—আজিকালি এটা 'ল'ৰে লিখে।

২০ পৃ ৮ শা—যদুপতি—যদুনাথ। যদুবংশৰ প্ৰধান, এতেকে কৃষ্ণ।

„ „ ৯ „ কাপুৰ্ণ্য—কাকুতি।

„ „ ১২ „ যাণ্ড—যাঁৰ বা যাঁড়।

„ „ ২ „ পচোড়া—চাদৰ।

„ „ ৬ „ ঝাৰী—নগীলগা লোটা।

„ „ ৭ „ কামলী—আসন, কম্বল।

২৩ „ ৭ „ দুৰ্ব্বাৰ—নিষেধ কৰিব নোৱাৰা, শাসন নমনা।

২৪ „ ৪ „ তন্তাইলেক—তন্দ্ৰ-শতা, কামৰ পৰা বিশ্ৰাম লোৱা।

„ „ ৭ „ তবধ—তধা, আচৰিত হৈ নিতাল মৰা।

২৫ „ ৪ „ পুৰীষ—বিষ্ঠা; যি পেট পূৰ্ণ কৰি ৰাখে।

„ „ ৬ „ যেন অৰিষ্টক কৃষ্ণে পেহ্লাইলা লীলাই··· অৰিষ্টক দৈত্যক শ্ৰীকৃষ্ণই ওপৰলৈ তুলি নি জোড়েৰে পেলাই দি মাৰিব খোজাৰ কথা।

„ „ ১০ „ কলাধাতু—জীৱ।

২৬ „ ১২ „ মৰ্দ্দ—পিহা। মোহাৰি গুৰি কৰ।

২৭ „ ২০ „ লৰ ভেজা—পলোৱা।

২৯ „ ৭ „ মুহিক শাশ্বত ইটো অনিত্য সংসাৰ-হব লাগে।

৩০ „ ৯ „ বাজন—বলদ গৰু।

„ „ ২০ „ প্ৰপঞ্চি—হলাই; বিস্তাৰিত ৰূপে।

